# চিনাকি সুঁতি

বীৰেন্দ্রকুমাৰ ভট্টাচাৰ্য্য



শ্রীভূমি পাবলিচিং কোম্পানী
৭৯, মহাত্মা গান্ধী ৰ'ড
কলিকতা-৭০০ ০০৯

দ্বিতীয় প্ৰকাশ
মে' ১৯৭৬

প্ৰকাশক
অৰুণ পুৰকায়স্থ
শ্ৰীভূমি পাবলিচিং কোম্পানী
৭৯, মহাত্মা গান্ধী ৰ'ড
কলিকতা-৭০০ ০০৯

বেটুপাত
সমীৰ গুপ্ত

মুদ্ৰক
সুভাষ দত্ত আৰু মলয় ঘোষ,
এম. আৰ. প্ৰিণ্টাৰ্ছ
২/বি, গোৱাবাগান ষ্ট্ৰীট
কলিকতা-৭০০ ০০৬

বেচ—ছ'টকা পঞ্চাছ পইচা মাথোন

অনাথে হাঁহি ক'লে : নাৰীৰ ওচৰত চিৰদিনেই তো মই পৰাজয় বৰণ কৰি আহিছোঁ। আজিও কৰিছোঁ, বৰং আজি মোৰ ভুল ভাগিছে। জীৱনত বেশ্যা কুমাৰী পত্নী আটাইবে মাজত ভাৰতৰ সেই সৌম্য নাৰীমূৰ্ত্তি দেখিছোঁ—যাৰ প্ৰকৃতিৰ ভূষণ হৈছে সংযম, মোহৰ প্ৰতি বিৰাগ।

এক

কিয় এনে হ'ল ?

প্ৰাচীন সূৰ্যই এতিয়াও পোহৰ বিলাইছে, কিন্তু পোহৰৰ বৰ্ণে বৰ্ণে ৰঙীন তৰংগ। উন্মুক্ত হৈ পৰি আছে জীৰ্ণ চহৰৰ ৰাজপথ, তাতো এটি অভিনৱ অপেক্ষা। উপকণ্ঠৰ হাবিত শেষ হোৱা এই ওখোৰা মোখোৰা পথৰ দাঁতিত নিৰ্জন সেই বাসভৱন। তাতে অনাথৰ মটৰখন জোকাৰ খাই ৰ'লহি।

দুৱাৰ খুলি সৰু এজনী ছোৱালীয়ে তাক বহিবলৈ দিলে। চকীত বহি কেউফালে চকু ফুৰোৱাৰ লগে লগে সি দেখিলে এজোপা কৃত্ৰিম ফুলৰ গছ। ফুলৰ গছজোপা কাইটীয়া, শীৰ্ণ জটাধাৰী সন্ন্যাসীৰ দৰে। বহাৰপৰা উঠি সি খিড়িকীখন খুলি দিলে। দেখা পালে খীণাই শুকাই আহাঁৰ হোৱা খৰালিৰ বহল লুইত। ছোৱালী-জনীয়ে হাঁহি কলে, বাইদেৱে বহিবলৈ কৈছে।

সৰু ছোৱালীজনী যেন বৈ অহা এটা জুৰি। তাইৰ শুভ্ৰ শেঁতা মুখমণ্ডলত পদুম কলি এটি ফুটি উঠিছে। অনাথে তাইক সাৱটি ধৰি গাল দুখনত দুটা চুমা খালে। তাৰপিচত তাইক এৰি দিলে। অৱাক হৈ ছোৱালীজনী দৌৰি ভিতৰ সোমালগৈ।

কেউফালে এখন মায়াৰ জাল। সমগ্ৰ দেহটো তেতিয়া অৱাক্ত উত্তেজনাত আন্দোলিত। স্পষ্টভাৱে একোকে ভাবিব পৰা নাছিল। কিয় মাতিলে অৰ্পণাই, কিয়ই বা সি আহিল?

খুব লাহে লাহে অৰ্পণা সোমাই আহিল। গুলপীয়া ৰঙৰ এখন সাৰীয়ে লাহী গাটো তুলি ধৰিছে। নেটৰ জালখনে ক'লা ভোমোৰাৰ দৰে খোপাটোক বন্দী কৰি থৈছে। মঙহাল বগা হাত দুখনৰ মসৃণ মাংসত তাৰ চকু বৈ গ'ল। তাৰ মুখখন ৰঙা হৈ পৰিল। অৰ্পণাই বহিবলৈ ক'লতো তাৰ কথা কাণত নপৰিল। তাই যেন মূৰ্তিমতী জীয়া মেগনেট। সি দুহাতেৰে চকুহালি ঢাকি দিলে। তাৰপিচত সি উভতি যাব খুজিলে।

এই ৰূপৰ আকৰ্ষণ তাৰ অসহ্য হৈছে।

অৰ্পণা এটি ৰহস্যৰ উহ। তাইৰ দেহৰ প্ৰতিটো ভাঁজকে জানিবৰ বাবে তাৰ এটি কৌতূহল।

ছিঃ, কি অসংগত এই কামনা..

অথচ কি এক অবুজ আকৰ্ষণ...

পিচে সি যাবও নোৱাৰে। গোটেইখন নিৰ্জন। অকল বাসগৃহটোৱেই নিৰ্জন নহয়। সংসাৰখনেই টুটি আহি যেন দুটা জীৱত বৈছেহি। একান্ত নিৰ্জনতা। এটি কথাও সি কব নোৱাৰিলে। সি লাহেকৈ কলে, মই কব নোৱাৰো, এই সময়ত কি কব লাগে।

অৰ্পণাৰ মুখখন শৰতৰ শুভ্ৰ শেৱালিৰ দৰে কোমল হৈ পৰিল। তাই খুব গহীনভাৱে সুধিলে, আপুনি নবহে কিয়? কথাষাৰত এটা কোমল সুৰ।

অনাথে সেই বিগলিত স্বৰ শুনি থৰ হৈ ৰ'ল। অৰ্পণাই হাঁহি কলে, বহক।

খুব কষ্টেৰে এখন চকীত বহি সি অৰ্পণাৰ মুখলৈ চালে। সেই মুখত অসীম ধৈৰ্য। এক বিন্দু চঞ্চলতা নাই। অৰ্পণাও এখন সৰু চকীত সন্তৰ্পণে বহিল আৰু গহীন হৈ কলে, আপুনি এইদৰে চাই আছে কিয়? তাইৰ চকুত এটা হাঁহি। কিন্তু মুখত ৰং ৰাগ বিতৃষ্ণা একো নাই।

প্ৰশ্নটো শুনি অনাথৰ মনত গণ্ডগোল লাগিল। ভালপোৱা নে মোহ তাক সি ভালদৰে ধৰিব নোৱাৰিলে। অৰ্পণাক প্ৰথম লগ পোৱাৰে পৰা সি ৰূপমুগ্ধ আৰু কামদগ্ধ হৈছে। এইটো মোহেই হব। এই দেহটিক কেন্দ্ৰ কৰি অন্তৰত কামনাৰ শতেক ফুলৰেণু উৰিছে। তাৰ সংযম হেৰাই গৈছে। কিন্তু তাত জানো ভালপোৱা নাই?

ভালপোৱা নো কি?

সাংঘাতিক প্ৰশ্ন।

সি তো ইয়াত পৰীক্ষা দিবলৈ অহা নাই। কিন্তু প্ৰশ্নটোৱে তাৰ বিবেক জাগ্ৰত কৰিলে। পুৰণি বিবেক। তাৰ অহাটো ভুল হৈছে ইয়ালৈ।

পামেলাৰ কথা মনত পৰিল।

তাক নিৰুত্তৰ দেখি অৰ্পণাই কলে, আপুনি মনে মনে ৰ'ল যে?

অনাথে কলে, আপোনাৰ প্ৰশ্নটোৰ উত্তৰ বিচাৰি পোৱা নাই।

নেপাবও।—কথাষাৰত গৰ্ব নাই দ্বিধা নাই শংকা নাই। উপলব্ধিৰ উক্তি। এটা সবল উক্তি।

চলি থকা মটৰ গাড়ী এখন ৰৈ গ'লে যেনে অৱস্থা হয়, তেনে অৱস্থা হ'ল অনাথৰ। এতিয়া চাৰিওফালৰ বস্তুবোৰ স্পষ্টভাৱে ধৰিব পৰা হ'ল। ওচৰৰ লুইতৰ গছ-গছনিৰ পাতৰ মৰ্মৰণিও তাৰ

কাণত স্পষ্টকৈ পৰিল। অৰ্পণাকো এইবাৰ আচল ৰূপত ধৰিব পাৰিলে।

কিন্তু বেলেগ এটা যন্ত্ৰণা অন্তৰত উদয় হ'ল তাৰ। কৌতুহল বশতঃ সি সুধিলে, আপুনি কাৰোবাক ভাল পায় ?

অ'।—শান্ত আৰু দৃঢ় স্বৰে অৰ্পণাই কলে।

কোন তেওঁ ?

নাম নকওঁ।

অনাথে এইবাৰ সুধিলে, আপুনি মোক কিয় মাতিছিল ?

এনেয়ে। আপোনাক লগ পাবৰ ইচ্ছা হৈছিল।—অৰ্পণাৰ মুখত এটা ৰহস্যময় হাঁহি।

তেনেহলে লগ পালে। হ'ল আৰু।—অনাথৰ কথা চুটি হৈ আহিল। অজ্ঞাত প্ৰেমিকজনৰ প্ৰতি কোনো ঈৰ্ষা অনুভৱ নকৰিলে। বৰং পাৰ্তনি নো মেলাৰ আগতে খোলাখুলিভাৱে তাইৰ প্ৰণয়ৰ কথা প্ৰকাশ কৰি দিয়া বাবে সি ভাল হে পালে।

অৰ্পণাৰো তাৰ প্ৰতি একে ধৰণৰ আকৰ্ষণ হৈছে বুলি সি ভাবিব নোৱাৰিলে। অৰ্পণাৰ এটা অতীত আছে। সেই অতীতে তাইৰ এৰি দিয়া নাই। পোহা ভূতৰ দৰে ই তাইৰ কান্ধত উঠি আছে।

অৰ্পণাই কলে, আপোনাক মোৰ ভাল লাগিছে।

অনাথে অন্তৰত আঘাত পালে।—ভাল লাগিলেও সন্তুষ্ট হব পৰা অৱস্থা মোৰ নাই। আপোনাক সম্পূৰ্ণভাৱে পাবলৈ বিচাৰো।

কিছু সময়লৈ কাৰো মুখত মাত নাই।

এজাক বতাহে আহি তাইৰ চকুৰ পতাৰ নোম চুই গ'ল। অকাৰণতে তাই আচলখন ঠিক কৰি ললে। তাৰপিচত কলে, তেনেকৈ কোৱাটো আপোনাৰ উচিত হোৱা নাই। আপুনি অসংগত কথা কৈছে।

অনাথৰ গাটো জিকাৰ খাই গ'ল। সি বুজি পালে অৰ্পণাৰ চকুত তাৰ কামনাৰ নীচ ৰূপ ধৰা পৰি গৈছে। এনেকৈ কথা কোৱাটো তাৰ উচিত হোৱা নাছিল। তাৰ মুখ ক'লা পৰি গ'ল। তাৰ মাজত জাগ্ৰত হোৱা পশু প্ৰবৃত্তিক আঘাত হানি অৰ্পণাই হাঁহি কলে, আপোনাক এটা বিশেষ কাৰণে মাতিছিলো।

কি ?

মই এটা ঘৰ সাজিব খুজিছোঁ। আপুনি প্লেনটো কৰি দিলে ভাল হয়। আপোনাক লগ পাবৰে পৰা কথাটো মনত খেলাইছে।

অনাথে দেখিলে অৰ্পণাৰ মুখ গহীন। ঘৰ সজাৰ কথাটোত মানুহজনীৰ মন নিমগ্ন হৈ আছে। সি কলে, মাটি টুকুৰা এবাৰ চাব লাগিব।

বলক। এবাৰ চাই আহোগৈ। অঞ্জনাই চাহ কৰক। চাহ হয় মানে আমি মাটি টুকুৰা চাই আহিব পাৰিম।

এইবুলি কৈ অৰ্পণা উঠিল। অনাথে না বুলি কব নোৱাৰিলে। দুয়ো একেলগে মাটিটুকুৰা চাবলৈ ওলাই গ'ল।

# দুই

মাটি টুকুৰা পাই অৰ্পণাই নিজৰ ঘৰটোৰ নক্সা কেনেকুৱা হ'ব লাগিব তাক বৰ্ণাই কলে। মাটিটুকুৰা চাই অনাথে চকু মুদি দিলে। যেন ধ্যানত হে ঘৰটোৰ কল্পনা ওলাব।

অৰ্পণাই হাঁহি কলে, এনেকুৱা আৰ্কিটেক্ট আৰু আগতে লগ পোৱা নাই। ধ্যানত ঘৰৰ নক্সা উলিয়াব পাৰে।—হাঁহিছিল যদিও অৰ্পণাৰ হাঁহিটো শুকান। অনাথে তাইৰ মাজত দেখা পালে এখন ৰূপৰ মৰুভূমি।

অনাথে কলে, ডবল বেডৰুমটো ক'ত হব তাকে কল্পনা কৰিছো।

সি ৰ'ল।

লুইতৰ ফালে দিলে ভাল হ'ব। বতাহ পোৱা যাব বিনা কৰে।

আৰু দৃশ্য দেখা যাব বিনা গমনে। হ'ব নে ?

হ'ব।

অৰ্পণাৰ এইবাৰ মাতো হুটা হৈ পৰিছে।

অৰ্পণাই তলমুৰকৈ কথা কৈছিল। তাইৰ মুখৰ ৰং মোলান পৰি গ'ল। লগে লগে এটি হুমুনিয়া। অনাথেও সোধো-নোসোধোকৈ কলে, আপোনাৰ বিয়া হ'ব কেতিয়া ?

অৰ্পণাই হাঁহিলে, নীৰৱে কলে, আপোনাৰ ইমান কৌতুহল কিয় ?

অৰ্পণাই এইবাৰ কৃত্ৰিমভাৱে হাঁহিলে। তাৰপিচত কলে, আৰ্কিটেক্টে ঘৰ সজাৰ দিহা দিয়ে, ঘৰ পতাৰ দিহা দিয়ে বুলি ক'তো শুনা নাই।

অনাথে আৰু কথা নক'লে। একান্তমনে লুইতৰ দাঁতিৰ এই নিৰ্জন টিলাটোৰ গঢ় পৰীক্ষা কৰিলে। কিন্তু যিমানে পৰীক্ষা কৰিলে সিমানে ঘৰটোৰ ডবল বেড ৰুমটোৰ কথা হে মনলৈ আহিবলৈ লাগিল।

কোন থাকিব তাত?

অৰ্পণাই নকয় যেতিয়া জানিবৰ উপায়ো নাই।

কামনাই আকৌ তাক বিব্ৰত কৰি তুলিলে।

কাম শেষ কৰি উভতি আহি ঘৰ পাওঁতে বেলি লহিয়ালে। অলপ পিচতে অৰ্পণাই চাহ খাবলৈ অনাথক ভিতৰলৈ নিমন্ত্ৰণ কৰিলে। খোৱা কোঠাটোত এখন দীঘলীয়া মেজ। দুয়োফালে দুখন সৰু চকী। দুয়ো মুখামুখিকৈ বহিলত ছোৱালীজনীয়ে এটা চীনামাটিৰ পাত্ৰত চাহ, আইনাৰ পাত্ৰত চেনি আৰু এখন টি ট্ৰেত দুটা ফুলবচা কাপ চামুচেৰে সৈতে থলেহি। অলপ পিচত এটা পাত্ৰত অলপ গাখীৰো আনি দিলেহি। অৰ্পণাই অনাথৰ কাপত চাহ বাকি দি কলে, আপুনি ছবি চাই ভাল পায়?

ভাল পাওঁ। অনাথে কলে, কিন্তু কাৰোবাৰ বিশেষ কোনো ছবি যে ভাল পাওঁ তেনে নহয়। যিবিলাক ছবিয়ে বাস্তৱতাক হুবহু ফুটাই তোলে তেনে ছবি হে ভাল পাওঁ। এবচট্ৰেক্ট কলা নুবুজো।

অৰ্পণাই নীৰৱ হৈ চাহ একাপ কৰি অনাথক দিলে, তাৰপিচত সংলগ্ন শোৱা কোঠালৈ উঠি গৈ এখন স্কেচ বুক আনিলেগৈ। সেইখন অনাথক দি কলে, এইখন কোনো খ্যাতিমান শিল্পীৰ

স্কেচ নহয়। এজন লাজকুৰীয়া মানুহৰ। চাওকচোন ছবিবোৰ কেনে পায়।

এঢোক চাহ খাই অনাথে স্কেচ বুকটো মেলি এটা এটাকৈ পাতবোৰ লুটিয়াবলৈ ধৰিলে। ছবিবোৰ ৰৈখিক, বিকৃতি সাধন কৰি বস্তুৰ চিত্ৰন কৰা হৈছে।

স্টিল লাইফ। প'ৰ্ট্ৰেইট।

বহুত টোপাল থকা এখন হিজিবিজি ছবি।

আৰু আন কেইখনমান বিমূৰ্ত ছবি।

দহ মিনিটৰ ভিতৰতে তাৰ ছবি চোৱা আৰু চাহ খোৱা শেষ হৈ গ'ল।

অৰ্পণাই লাহে লাহে চাহ খাইছিল। সুধিলে, ছবিবোৰ কেনে পালে?

অনাথে হাঁহি কলে, বিৰক্তিকৰ। ইয়াত জীৱন ক'তা?

অৰ্পণাই শ্লেষত সুধিলে, জীৱন নো কি? ৰূঢ় বাস্তৱেই জীৱন নে কি?

অঁ।

অৰ্পণাই কলে, জীৱনৰ এই ৰূঢ়তাক মই ঘিণ কৰো। সেই-কাৰণেই কামৰ সলনি প্ৰেম, জনতাৰ বদলি নিৰ্জনতা আৰু ৰূঢ় বাস্তৱৰ বদলি কল্পনাৰ আনন্দ বেছি ভাল পাওঁ। এই ছবিবোৰো তেনে এজন মানুহৰ।

এই মানুহজনেই আপোনাৰ প্ৰেমিক?

অৰ্পণাই এইবাৰ কঠোৰভাৱে অনাথক কলে, এই প্ৰশ্ন কৰি মোক বিব্ৰত নকৰিব। আপোনাৰ অযথা কৌতূহল কিয়?

অনাথে ক্ষুন্ন হৈ কলে, বেয়া নেপাব। অজ্ঞাতসাৰেই আপোনাক বৰ আপোন বুলি ধৰি লৈছিলো। কোনো কথাই বেন আমাৰ মাজত অসংগত হ'ব নোৱাৰে।

অৰ্পণাৰ মুখৰ ৰং বদলি গ'ল। মুখখন সন্ধিয়াৰ মেঘৰ দৰে ৰক্তিম হৈ পৰিল। তাই কলে, ইয়াৰ অৰ্থ?

অনাথে কলে, তাক ব্যাখ্যা কৰি লাভ নাই। মই এতিয়া যাওঁ। আপোনাৰ ঘৰৰ প্লেনটো মই এসপ্তাহৰ ভিতৰত প্ৰস্তুত কৰি দিম। অনুগ্ৰহ কৰি লৈ আহিবগৈ।

অৰ্পণা থিয় হ'ল। তাই অপ্ৰস্তুত হৈ কলে, বহক, ইমান সোনকালে যায় নে?

অঁ।

অলপ সময়ৰ ভিতৰতে অনাথে জীপখন ষ্টাৰ্ট কৰি দিলে। অৰ্পণা লাহে লাহে গৈ জীপৰ ওচৰত থিয় হৈ কলে, আকৌ আহিব। এইখন বন্ধুৰ ঘৰ বুলি ধৰিব।

অনাথে একো নেমাতিলে।

# তিনি

প্লেনৰ ভিতৰত সোমোৱাৰ লগে লগে অনাথে সুধিলে, আপুনি কলৈ যায় ?

অৰ্পণা আগৰ শাৰীত বহি আছিল। পিচৰ শাৰীৰ আসনখন খালী দেখি তাই উঠি আহি অনাথৰ ওচৰত বহিলহি। তাৰ্পিচত কলে, আজি কলিকতালৈ যাঁও। তাৰ্পিচত কোনখিনি পাওঁগৈ এঁকো কব নোৱাৰো। কলিকতা পালেগৈ হে চিন। আপুনি ?

উপযাচি নিজৰ ভ্ৰমণৰ কথা কোৱাটো বন্ধুত্বসূচক বুলিয়েই অনাথে ধৰি ললে। সি সহজ হৈ বহি কলে, মই ভুবনেশ্বৰলৈ যাম। তাত আৰ্কিটেক্ট সকলৰ এখন সম্মিলন আছে।

কলিকতাত থাকিব ক'ত ?

ব্ৰডৱেত।

কিছুপৰ দুয়ো নিমাতে ৰ'ল।

ঘৰৰ প্লেন নিয়াৰ পাছৰেপৰা দুয়োৰো মাজত দেখাদেখি হোৱা নাছিল। কোনো কাৰো ওচৰলৈ অহাৰ প্ৰয়োজন হোৱা নাছিল।

অৰ্পণাই সুধিলে, কেইদিন থাকিব ?

অনাথে উত্তৰ দিলে, যাওঁতে কলিকতাত চাৰিদিন, আৰু ঘুৰি আহোঁতে সাত দিন থাকিম বুলি ভাবিছো। কলিকতাৰ ফাৰ্ম এখনত যোগাযোগ কৰি আছো। ইয়ালৈ আহিবৰ মন।

কোন ফাৰ্ম?

কিয় ? অনাথে বিৰক্তি বোধ নকৰিলেও এই কৌতূহলৰ কোনো গূঢ়াৰ্থ বিচাৰি নেপালে।

অনাথলৈ কেৰাহিকৈ চালে অৰ্পণাই। মুখত গোলাপ কলিৰ দৰে এটা মিঠা হাঁহি। অনাথক চায়ো যেন চোৱা নাই এনে ভাব। তাৰপিচত কলে, খং উঠিলনে কি ?

অনাথে কলে, খং নুঠিব কিয় ? আৰ্কিটেক্টৰ লগত গুৱাহাটীত দৰকাৰ থাকিলেও ইয়াত আপোনাৰ দৰকাৰ থাকিব নোৱাৰে।

বাঃ। কি যুক্তি ! বন্ধুৰ উপযুক্ত উক্তি।—অৰ্পণাৰ কথাত এটা ঠাট্টাৰ সুৰ।

অনাথে এইবাৰ অৰ্পণাৰ ফালে ঘূৰি চালে।

অৰ্পণাই একেখন সাৰীকেই পিন্ধি আহিছিল। খোপাত এপাহ 'কিচ মি কুইক' ফুল জিলিকি আছে। মুখত এটা কুঙ্কুমবুলীয়া প্ৰলেপ। ধীৰ স্থিৰ গম্ভীৰ।

অনাথৰ সেই অন্ধ মোহাবেগ আকৌ ঘূৰি আহিল।

সি কলে, পৰীক্ষা কৰিছে নে কি ?

ক'তা। বন্ধুত্বৰ আকৌ পৰীক্ষা কোনে লয় ? এইবোৰ এনেয়ে প্ৰকাশ পায়। ক'ত কাম বিচাৰিছে ?

শুনি সুখী হলো। মোহন মুখাৰ্জীৰ ইন্‌জিনিয়াৰিং ফাৰ্মত।

ভাল হব।—অৰ্পণা ৰ'ল।—গুৱাহাটীত কাম কম, নহয় নে ?

কম বুলি কব নোৱাৰি। কিন্তু তাত ভাল লগা নাই।

কিয় ?

অৰ্পণাই মুখ টিপি হাঁহিলে।

অনাথ নিমাতে ৰ'ল। কিয় ভাল লগা নাই তাক ব্যাখ্যা কৰা টান। অৰ্পণাৰ আগ্ৰহহীনতাও এটা কাৰণ। এই কথা অৰ্পণাই

ধৰিব পাৰিছে। দ্বিতীয় কাৰণ এটাও আছে। সেইটোৱেই ঘাই কাৰণ।

শুনিছো ছোৱালী ঠিক হৈছে ?

অৰ্পণাই এইবাৰ আকৌ মুখ টিপি হাঁহিলে। অনাথৰ মুখখন মোলান পৰি গ'ল। সি একো নেমাতিলে। এই মানুহজনী নিৰ্দয়। অৰ্পণাও মনে মনে ৰ'ল।

অনাথৰ মন অচল হৈ গ'ল। এটা গোন্ধ আৰু সান্নিধ্যই তাক উশাহ-নিশাহ বন্ধ কৰি দিব খুজিছে। কি তীব্ৰ তাৰ আকৰ্ষণ! হঠাতে সি সুধিলে, ঘৰটোৰ কাম কিমান হ'ল ?

খালী প্লেন পৰ্যন্ত। ডেভলেপমেণ্টে তাত ঘৰ সাজিবলৈ নিদিলে। আৰু ময়ো ঘৰ কৰিবলৈ জৰুৰী প্ৰয়োজন অনুভৱ কৰা নাই।

অৰ্পণা ৰ'ল।

তাৰপিচত কলে, চেকখন ফিৰাই দিলে কিয় ? শ্ৰমৰ মূল্য সকলোৱে দিবলৈ অধিকাৰ পায়, মোক নিদিয়াৰ অৰ্থ কি ?

অনাথ ঘামি-জামি গ'ল। ৰুমাল উলিয়াই গাল দুখন মচি কলে, বিশেষ তো পৰিশ্ৰম একো হোৱা নাই।

বাঃ! ফাকিকে ভদ্ৰতা বোলে নহয় নে ?--অৰ্পণাই মিচিক মিচিক হাঁহিবলৈ ধৰিলে।

প্লেন বিস্বাশৰদে চলিছে। মানুহৰ জীৱনৰ দৰে নহয়। নিৰ্দিষ্ট তাৰ গতি, নিৰ্দিষ্ট পৰিক্ৰমা। ডাৱৰৰ ওপৰেদি জাহাজ চলিছে। এনে নিৰ্দিষ্ট গতি আৰু পৰিক্ৰমা অৰ্পণাৰ নাই। অনাথৰো নাই।

অলপ পৰৰ পিচত এয়াৰ হষ্টেছ গৰাকীয়ে দুখন প্লেত দুপৰীয়াৰ আহাৰ দি গ'ল। দুয়ো লাহে লাহে খাবলৈ লাগিল। অৰ্পণাই কলে, দেখিছো আমাৰ কোনো এজনেই নিৰামিষ নহওঁ।

কথাষাৰ শুনি অনাথৰ গাল ৰঙা পৰি গ'ল। সহজ কথাষাৰৰ কিবা বক্র অৰ্থ আছে নে কি ? কিন্তু সি সংযত হ'ল। মাংস ৰুটি কফি খাই শেষ কৰি দুয়ো আকৌ সহজ হৈ বহিল। কিছুপৰলৈ প্লেনৰ শব্দৰ বাহিৰে আৰু একো শুনা নাছিল। অনাথে সুধিলে, কলিকতাত ক'ত থাকিব ?

কব নোৱাৰো।

অনাথে হাঁহিবলৈ বাধ্য হ'ল। কিন্তু অৰ্পণা গম্ভীৰ হৈ পৰিল। কলিকতাত তাইৰ বহুত ঠাই আছে, তথাপিও ক'তো থাকিবলৈ ঠাই নাই। আপোন মানুহৰ তালৈ যাবলৈ তাইৰ ইচ্ছা নাই।

অনাথে কলে, তেনেহলে ব্ৰজৰেলৈকে নাহে কিয় ?

ওঁহো। বাঃ, বন্ধুৰ কি স্পৰ্ধা!—অৰ্পণাই কৃত্রিম ক্রোধত উত্তৰ দিলে।

নিবলৈ কোনোবা আহিব ?

কব নোৱাৰো।—অৰ্পণাই এইবাৰ অনাথৰ সুঠাম দেহটোলৈ আৰু কৰুণা-কাতৰ থোপোকা মুখখনলৈ চালে। মানুহজনে যে তাইক ভালপায় সেইবিষয়ে বিন্দুমাত্র সন্দেহ নাই।

কিন্তু আন এজনৰ ভালপোৱাৰ লগত এই ভালপোৱাৰ কোনো তুলনা নহয়। তেওঁ মাতিছে, কলিকতালৈ। কলিকাতাৰ পৰা দুৰলৈও যদি মাতে এই মানুহজনে তেন্তে তালৈও তাই উৰি যাবলৈ সাজু।

কিন্তু কি কব তেওঁ ? কিবা নতুন খবৰ জানো দিব পাৰিব ?

চৈধ্য বছৰ ধৰি তাইৰ এই কৰুণ অপেক্ষা। আজি কিবা জানো সমিধান দিব ? তাইৰ দেহটো বিৰহত জ্বলি গৈছে। কি যাদু জানে

এই মানুহটোৱে ? তাইক ঘৰৰপৰা টানি আনি একেবাৰে ৰাজপথত পেলাই দিলেহি। এই চৈধ্য বছৰ তাই বহুত ঠাই ঘূৰিছে, হৰিদ্বাৰলৈ গৈছে, তাত নিৰ্মল জলত স্নান কৰি নিজৰ প্ৰেমৰ নিৰ্মলতা উপলব্ধি কৰিলে। এবাৰ গৈছে পশ্চিমৰ সাগৰ-তীৰ্থ লৈ। তাত বিচাৰি পাইছে কুম্ভীৰৰ কৰুণা। পানীত নামোতে এটা কুম্ভীৰে গ্ৰাস কৰিব খুজি দয়াপৰবশ হৈ এৰি দিলে। দক্ষিণাপথৰ ৰামেশ্বৰম, দক্ষিণ-পূবৰ পুৰী, সকলোতে বিচাৰি পাইছে সেই সাধনাৰ ৰোমান্স। দেৱতাসকলে সকলোতে যেন তাইক কৈছিল ঃ যোৱা, আৰু দূৰলৈ যোৱা, আৰু দূৰলৈ।

প্ৰেমৰ সাধনা বিফলে নাযায়।

সেই মানুহজনে মাজে মাজে এনেকৈ মাতে। আগ্ৰা বোম্বাই গুজৰাট নাগপুৰ আৰু কলিকতালৈ। বৰদৈচিলাৰ দৰে তাই তালৈ যায়। আজিও আহিছে। তাত ভগ্ন জীৰ্ণ প্ৰাসাদত তান্ত্ৰিক যোগিনীৰ বা সিদ্ধাৰ দৰে তাই সাধনা কৰিছে প্ৰেমৰ। অন্তৰৰ আহ্বান তাই শুনিছে। তাইৰ ভুল হোৱা নাই। কিন্তু অন্তৰত শান্তি পোৱা নাই। দেৱ-দেৱীয়ে তাইক উপেক্ষা কৰা নাই। ঈৰ্ষান্বিত আৰু ক্ৰুৰ মানুহৰ হাতত মাথোন তাইৰ লাঞ্ছনা হৈছে। মানুহক ভালপোৱাৰ পৰিণাম মানুহে এনেকৈ নিয়ে নে কি ? সেইবোৰ কথা কাকো নোকোৱাই ভাল।

আজি তাই প্ৰেমিকৰ আহ্বান শুনি উধাতু খাই আহিছে। অনাথে সেই সাধনাৰ কথা বিন্দুমাত্ৰও নেজানে। অনাথ সৰল মানুহ। একেলগে দাৰ্জিলিঙত উঠা। এতিয়া ইনজিনিয়াৰ হৈ বিয়া-বাৰু কৰাৰ খুজিছে পামেলাই তাক ভাল পায়। সিও পায়।

তথাপি সি হঠাতে আজি তাইৰ প্ৰতি আকৃষ্ট হৈছে।

তাইৰ প্ৰেমৰ গভীৰ ব্যাপ্তি ; পৰিধি কিমান বিস্তৃত, তাক অনাথে বুজিব নোৱাৰিলে।

অনাথে একেথৰে ধ্যানমগ্না অর্পণাক চাই ৰ'ল। ইমান ৰূপ, শিক্ষা, ইমান শক্তিৰ অধিকাৰিণী হৈও এই মানুহজনীয়ে সন্ন্যাসিনী হৈ কাল কটাইছে। গুৱাহাটীত থাকে। কিন্তু কোনেও নেজানে যে মানুহজনী আছে। খুব কম মানুহৰ লগত চিনাকি। তাতোকৈও কম মানুহৰ লগত আদান-প্রদান। স্থানীয় ছাঁচিয়েল ৰেলফেয়াৰ অনুষ্ঠানত তাই কাম কৰে। তাতেই যি মানুহৰ লগত আদান-প্রদান ঘটিছে।

অর্পণাই উপেক্ষা কৰি ভাল পায়। নিজক উপেক্ষা কৰিও ভাল পায়। কিন্তু উপযাচি দিয়া স্বার্থপৰ পুৰুষৰ দয়া মৰম আবদাৰ এইবোৰ সহজে প্রত্যাখান নকৰে। সেইবোৰ তাইৰ পাথেয়। প্রেমৰ যাত্রাৰ পাথেয়। এই উপেক্ষাবোৰে তাইৰ প্রেমক জীপ দি জীয়াই ৰাখে। ই যেন শ্রীকৃষ্ণৰ প্রতি প্রেম।

লাহে লাহে প্লেন আহি দমদমৰ ৰানৱেত নামিলহি। অর্পণাই কলে, চাওক, যদি দৰকাৰ হয় মই আপোনাক ফোন কৰিম। আপুনি মোক উলিয়াবলৈ যত্ন নকৰিব।

দৰকাৰ জানো হব ?—অনাথে সুধিলে। অনাথে হুমুনিয়াহ চাৰি কলে।

হবও পাৰে, মিচিকিয়াই হাঁহি অর্পণাই কলে, কোন সময়ত কি খেয়াল হয় কোনে জানে।

অনাথে কলে, আপোনাক খেয়ালী বুলি ধাৰণা নহয় দেখোন।

# চাৰি

আপুনি আহিব পাৰিব ?

অনাথৰ মুখত খপকৰে ওলাল, আপুনি আছে ক'ত ?

ঠিক আহিব ?

অঁ।

টলিগঞ্জৰ গলফ ক্লাব ৰ'ড।

অনাথে ভালকৈ ঠিকনাটো লিখি ললে। তাৰপিচত টেলিফোনটো থৈ দিলে।

আধা ঘন্টাৰ ভিতৰতে সি টেক্সিৰে গৈ টলিগঞ্জত ওলাল গৈ। দুৱাৰত টুকুৰিওৱাৰ লগে লগে এজন আদহীয়া মানুহে দুৱাৰখন খুলি দি এটা প্ৰশস্ত কোঠালৈ লৈ গ'ল। মানুহজনে বহিবলৈ দি কলে, আপুনি ৰওক। অৰ্পণা এতিয়াই আহিব।

এইবুলি কৈ মানুহজন ভিতৰলৈ সোমাই গ'ল। মানুহজনৰ মাতটো কোমল কিন্তু গাঢ়।

ৰুমটোত কেইখন আহল-বহল ছবি আঁকা আছে। ছবিকেই-খনত চকু ফুৰাই অনাথে দেখিলে অৰ্পণাৰ স্কেচবুকৰ ছবিবোৰৰ লগত এই ছবিকেইখনৰ মিল আছে। এখন ছবিত এখন নাৰীমুখৰ অবৰ্ণ-নীয় আভাস জিলিকি উঠিছে। মানুহজন আদহীয়া, কিন্তু ধুনীয়া। চকুকেইটা অস্বাভাবিক ধৰণে উজ্জ্বল আৰু বুদ্ধিদীপ্ত।

অর্পণা সোমাই আহিল। এখন নীলা সাৰী আৰু এটি ৰঙা ব্লাউজে গাটো আগতকৈ কমকৈ প্ৰকাশ কৰিছিল। আহিয়েই অনাথৰ সমুখৰ চকী এখনত বহি কলে, কেতিয়া যাব অসমলৈ ?

আৰু চাৰি দিনৰ মূৰত।

ময়ো যাম। —অর্পণা ৰ'ল। মানুহজনীৰ মুখত এটি উদ্দীপ্ত কমনীয়তা। —আপোনাৰ কাম হ'ল ? মানে ফাৰ্মত ?

বোধহয় হব।

তেনেহলে আপুনি গুৱাহাটীত আৰু নেথাকে।

ওঁহো।—অনাথ ৰ'ল।—আপেনাৰ কাম হ'ল ?

এই প্ৰশ্ন মোক নকৰিব।

কিয় ?

সেইটো প্ৰশ্নও মোক নকৰিব।

তেনেহলে কওক কিয় মাতিছিল ?—অনাথ অলপ ক্ষুণ্ণ হ'ল।

অর্পণাই কলে, আমি বনভোজ খাবলৈ যাব খুজিছো, যাব ?

কেতিয়া ?

আজি। এতিয়াই। মই বস্তু সকলো তৈয়াৰী কৰি ৰাখিছো। আপোনাৰ কামৰ ক্ষতি নহয় তো ?—অর্পণাৰ মুখত এটা দুষ্টালিৰ হাঁহি।

আৰু কোন যাব ? মোৰ এটা কাম আছিল—কথাটো কোৱাৰ লগে লগে অনাথৰ মুখ ৰঙা পৰি গ'ল !

অর্পণাই হাঁহিলে। তাৰপাচত কলে, এওঁ যাব। আৰু মোৰ এগৰাকী বন্ধু যাব।

কোন ?—অনাথে সুধিলে।

আপুনি চিনি পাব পাৰে। পামেলা সিং। মোৰ লগত বহুত দিনৰ চিনাকি। তেওঁ দিল্লীৰপৰা আহিছে।

অনাথে আচৰিত হৈ সুধিলে, পামেলা ?—তাৰ হৃদয়ত যেন এটা বিস্ফোৰণ হে ঘটিল।

অ'। আপুনি ভাইৰ তালৈ যোৱাৰ কথা আছিল নহয় এতিয়া ! দুয়োটা কাম একেলগে হব।—অৰ্পণাই আকৌ হাঁহিলে। —এতিয়া ৰাজী ?

অনাথে অৰ্পণাৰ সৈতে একেলগে পামেলাক লগ পোৱাৰ কথা একেবাৰে কল্পনাই কৰা নাছিল। গতিকে মনত বিষম অন্তৰ্দ্বন্দ্ব উপস্থিত হ'ল। পামেলাৰ লগত তাৰ বহুত দিনৰ বন্ধুত্ব। তাই বহুতদিনৰেপৰা তাক বিয়াৰ প্ৰস্তাৱ দি আহিছে। সিও অসম্মতি জনোৱা নাছিল। মাজতে থালি তাৰ মাজতে অৰ্পণা সোমাই পৰিছে। দুয়োজনী একেলগ হ'লে তাৰ কেনে অৱস্থা হ'ব, তাক সি ভাবিব নোৱাৰিলে।

অৰ্পণাই কলে, ভাবিবলৈ কি আছে ? ভাবি লাভ নাই। পামেলা পাইহি হে লাগে। অৰ্পণাই ঘড়ী চাই কলে, ঠিক চাৰে ন'ৰজাত পামহি বুলিছিল। মুখ টিপি হাঁহি তাই কলে, দুজনী মানুহক একেলগে ভাল পোৱা সম্ভৱ হব তো ?

অনাথৰ বুকুত শক্তিশেল পৰা যেন বোধ হ'ল। সি কলে, কামটো আপুনি ভাল নকৰিলে।

আপোনাৰ ভাল পোৱাৰ পৰীক্ষা হব আজি।—অৰ্পণাই হাঁহি উত্তৰ দিলে।—মুখত এটা মিঠা ঠাট্টাৰ ভংগী।

তেনেতে দুৱাৰত ঘট ঘট শব্দ হ'ল। অনাথে অস্বস্তি বোধ কৰিলে। অৰ্পণা দুৱাৰ খুলি দিবলৈ উঠি গ'ল। অনাথে তাৰপৰা পলাবপৰা হলেই ভাল হ'লেহেঁতেন। কিন্তু তেতিয়া সময় অতীত হৈ গৈছে।

# পাঁচ

অনাথ যেন পৰীক্ষাত হে বহিল। পামেলাই তাক পাই হেপাহ পলুৱাই কথা কবলৈ আৰম্ভ কৰিলে। সিহঁতৰ বনভোজো অতি নিৰাড়ম্বৰভাৱে আৰম্ভ হ'ল। ভিক্টোৰিয়া মেমৰিয়েলৰ দ'াতিৰ ৰেস্তোৰাঁ-খনতেই খোৱাৰ আয়োজন হৈছিল। অনাথে অৰ্পণাক কলে, ইমান ওচৰতে যে হব, তাক মোৰ ধাৰণাই নাছিল। বনা নহৈ দেখোন মহানগৰৰ মাজ হে। আপোনাৰ যে দূৰদৃষ্টি নাই তাক মনে নধৰে।

অৰ্পণাই ৰেস্তোৰাঁখনৰ এখন মেজত পেকেটকেইটা থলে, তাৰপিচত পামেলাৰ সৈতে লগ লাগি খুলিবলৈ ধৰিলে। ৰেস্তোৰ'াৰ পৰা প্লেট অনাই তাত গৰম চপ ছটা, ব্ৰেড বাৰ টুকুৰা আৰু কেইটামান সিজোৱা কণী সজাই থৈ বয়টোক চাহৰ অৰ্ডাৰ দিলে। তেতিয়া এক মান বাজিছে। জুন মাহৰ ওন্দোলোৱা অভিমানী আকাশৰ দৰে মুখখন তুলি পামেলাই সুধিলে, তুমি তেনে কলিকতালৈ অহাটো একৰকম খাটাং। যেন সি গুৱাহাটীতে থকাটো তাই নিৰাপদ বুলি ভবা নাই।

প্ৰায়।— অনাথৰ কাণত পৰিল পামেলাৰ অমসৃণ কণ্ঠস্বৰ। সহজ বাংলা ভাষাত তাই কথা পাতিছিল। অৰ্পণাৰ ওচৰত বহি তাইৰ লগত মুকলিভাৱে কথা পাতিবলৈ ক'ৰপৰা সি. সাহস গোটালে নিজেই কব নোৱাৰিলে। প্ৰথমবাৰলৈ তাৰ উপলব্ধি হ'ল

ৰূপৰ তুলনা কেনেকৈ কৰিব লাগে। অৰ্পণা বসন্তকালৰ পলাশ ফুল আৰু পামেলা গুলপীয়া কৃষ্ণচূড়া। পলাশ ফুলৰ ৰঙে চকু চাট মাৰি ধৰে, হৃদয়লৈকে সোমাই যায় তাৰ ৰঙৰ মিঠা ঢৌ। কিন্তু কৃষ্ণচূড়াই এটা স্নিগ্ধ তৃপ্তি দান কৰে মনত। তাৰ এই সংকোচ পামেলাৰ দৃষ্টিত ধৰা পৰিল। তাই এইবাৰ কেৰাহিকৈ অৰ্পণালৈ চালে।

অৰ্পণাই ইজন মানুহৰ প্লেটত থৈৰ আথে-বেথে এটা চপ, দুটুকুৰা ৰুটি আৰু এটা সিজোৱা কণী দি কলে, খোৱা। পুৰাও খোৱা নাই। ঘৰত খাই তো কোনো দিনে তৃপ্তিয়েই নোপোৱা। চোৱাচোন মোৰ হাতৰ বস্তু খাই কেনে পোৱা আজি পাঁচ বছৰ মান লগেই পোৱা নাই। ইতিমধ্যে লুচি খাবলৈ এৰি দি বাঙালী হবলৈ এৰিলা। এইবোৰত বা ৰুচি হয় নে নহয়। বৰ মন দি সৰোদ শুনিছিলা। মোৰ হাত আগৰ দৰে আছে নে?

ইজন মানুহে শান্তি মনে থাকিবলৈ চেষ্টা কৰি বিফল হৈ হঠাতে কলে, তোমাৰ সেই কোমল হাতৰ আলাপ শুনিয়েই তো মোৰ টোপনি ভাগিল। নহলে আৰু বহুত পৰ শুলোহেঁতেন। তুমি শান্তি দিছা। কিন্তু মই অতৃপ্ত। শেহ নিশা সঁচাকৈয়ে এটা তৃপ্তি পাইছিলো।

অৰ্পণাই এইবাৰ অনাথৰ প্লেটত বস্তু দিলে। কিন্তু প্ৰতিবাদৰ ভাব আভাসেৰে প্ৰকাশ কৰিবলৈ সি কলে, মোক বেছি নিদিব। মোৰ একেবাৰে ভোক নাই।—অৰ্পণাই মানুহজনৰ লগত একান্তমনে এনেকৈ কথা পতা তাৰ সহ্য নহ'ল।

অৰ্পণাই মিচিকিয়াই হাঁহি তাৰ প্লেটত আৰু এটা চপ দি কলে, এই ভদ্ৰতা প্ৰদৰ্শনৰ শাস্তি আৰু এটা চপ। পামেলা, তুমি এখেতক অকলে কামৰূপত থাকিবলৈ দিয়াটো ভাল হোৱা নাই। জানাই নহয়, তালৈ গ'লে মানুহ ভেৰা হয়।

পামেলাই হাঁহি কলে,—শুনিছো সেইখন যাদু-মন্ত্ৰৰ দেশ। কিন্তু অকল পুৰুষেই ভেৰা হয় নে নাৰীও ভেৰা হয়?

কথাবাৰত শ্লেষৰ কাইট আছিল। অৰ্পণাই কলে, নাই—পুৰুষৰ হে হয়, কি কয় অনাথ বাবু ?

অনাথ বাবুৰ কেঁকোৰা চুলিত এটা পোক বগাই আছিল। পামেলাই পোকটো গুচাই দি কলে, মোৰ অনাথক তাত কোনে ভেবা কৰিব পাৰে ?

ইয়াৰ অৰ্থ অনাথ কামৰূপৰ বাহিৰত হে ভেবা, নহয় জানো ?— অৰ্পণাই হো হোকৈ হাঁহিবলৈ লাগিল।

অনাথে একো নেমাতিলে। তাৰ কথা নোলোৱা হ'ল। অৰ্পণাই পামেলাৰ প্লেট আৰু নিজৰ প্লেটত বস্তু দিয়া লক্ষ্য কৰি সি তাইৰ মুখখনৰ উজ্জ্বল কমনীয়তাৰ কথা ভাবি আছিল। কামৰূপত যদি কিহবাৰ এনে যাদু আছে, তেন্তে এই মুখখনৰ। পামেলাই সেই কথা অনুমান কৰিব নোৱাৰে। পামেলাৰ মুখলৈ চাই সি কলে, তোমাক ইমান নিশ্চিন্ত দেখি মই বৰ সুখী।—তাৰ কণ্ঠস্বৰত এটা কষ্টৰ ভাব।

শুনি ভাল লাগিল।— যোৱাৰ আগতে ভালকৈ এবাৰ কথা পাতিবা—অনাথে কলে। পামেলাৰ মুখত ফৰকাল ৰ'দ। অৰ্পণাই আকৌ মানুহজনৰ লগত কথা পাতিবলৈ লাগিল। অনাথে পামেলাৰ মুখলৈ চালে। কিন্তু কাণেৰে অৰ্পণাহঁতৰ কথা— বতৰাবোৰ শুনি আছে। অৰ্পণাহঁতে সিহঁতৰ উপস্থিতি গ্ৰাহ্য কৰা নাই। প্ৰেমালাপ কিমান একান্ত এইবাৰ হে তাৰ ধাৰণা হ'ল।

অৰ্পণাই সুধিলে, তোমাকে যে কিহে তৃপ্তি দিব তাক হে কব নোৱাৰো।

এইটোৱেই মোৰ পক্ষে ব্যাখ্যা কৰা টান।—মানুহজনে উত্তৰ দিছে ?

ইমানখিনি দিছো, তাৰো একো প্ৰভাৱ পৰা নাই নহয়।— অৰ্পণাই বিষণ্ণ স্বৰেৰে কলে। তাই এবাৰ নিজৰ খোপাটো ঠিক

কৰি লগে। তাৰপিচত আকৌ কলে, এইদৰে থাকিলে মই আৰু নোৱাৰিম। ই যেন অনন্ত অপেক্ষা। কেতিয়াবা ভাবিছানে কিহৰ বাবে লুইতৰ পাৰৰ বতাহ হঠাতে বিষময় হৈ উঠে? কেতিয়াবা কোনোবা মুহূৰ্তত কিছুমান দূৰদূৰণিৰ প্ৰশ্ন নুশুনা নে?

গহীনভাবে মানুহজনে কলে, নুশিনিম কিয়? অহৰহঃ প্ৰকৃতিৰ সেই অনন্ত আহ্বান মই শুনি থাকো।

কিছুপৰ দুয়ো নীৰৱ।

অনাথৰ অসহ্য হ'ল!

তাৰপিচত আকৌ অৰ্পণাই কলে, তোমাক এতিয়াও বউৱে পিচৰপৰা টানি থাকে। এতিয়াও সেই সেই প্ৰজাপতিৰ নিৰ্বন্ধ তুমি অমান্য কৰিব পৰা নাই। কিয়? এবাৰ মোক তাৰ ব্যাখ্যা নিদিবা নে?

ব'লা, অলপ দূৰলৈ যাওঁ। কব লাগিব যদি কওঁ।—মানুহজন উঠিল। ওখ-পাখ মিহি ছালৰ এজন সুন্দৰ সুঠাম পুৰুষ। কথাত, খোজত, ভংগীত এটা অপূৰ্ব সংযম আছে। অৰ্পণা উঠি গ'ল। মন্ত্ৰমুগ্ধৰ দৰে তাই মানুহজনৰ পিচে পিচে গৈ এটা চুকৰ মেজত বহি পৰিলগৈ। হাতত দুয়োখন প্লেট আছিল। ৰামৰ পিচত যেন সীতা। নহয় নহয়, শ্ৰীকৃষ্ণৰ পিচত যেন ৰাধা—অনাথে নিজকে নিজে বুজালে।

তেওঁলোক গ'লত অনাথে পামেলাৰ মুখৰ ফালে চালে। পামেলাৰ চকুৰে-মুখে বিৰক্তি ফুটি উঠিছে। দেখিবলৈ ভয়ানক হৈ উঠিছে মুখখন। পামেলাৰ গালখন সেন্দুৰীয়া হৈ পৰিছে। তাই সুধিলে, অৰ্পণাৰ লগত কিমানদিন হ'ল চিনাকি হোৱা?

প্ৰায় ছমাহ।—অনাথে সাধাৰণভাবে উত্তৰ দিলে। তাৰ কণ্ঠস্বৰত কোনো অনুতাপ নাই। পামেলাৰ প্ৰশ্নৰ অভিপ্ৰায়ো সি ধৰিব

নোৱাৰিলে। মন্ত্ৰমুগ্ধ হৃদয়ত ঈৰ্ষা-বাণে নপৰশে। পামেলাৰ মনত যে কিবা প্ৰতিক্ৰিয়া হব পাৰে তাকো সি ভাবিব নোৱাৰিলে।

পামেলাই সুধিলে, ক'তা—মোলৈ তো তুমি লিখা নাই। এটা স্পষ্ট অভিযোগৰ সুৰ।

মই তোমাক এই মানুহজনীৰ কথা কওঁ শুনা। তাইৰ বাহিৰটো চায়েই একো বিচাৰ নকৰিবা।—অনাথে অভিযোগ খণ্ডন কৰিবলৈ উত্তৰ দিলে।

পামেলাই হাঁহিবৰ চেষ্টা কৰি কলে, অৰ্পণাক মই বেছি জানো।

এই মানুহজন কোন ? অনাথে সুধিলে।

মিছা নকবা। তুমি ধৰিব পৰা নাই ?—পামেলাই উত্তৰ দিলে।

প্ৰেমিক ?

অঁ। কিন্তু অৰ্পণাক মই কেতিয়াবাৰে পৰা সাৱধান কৰি দিছো ; তেওঁ কেতিয়াও বিয়া নকৰায়। তাই নুশুনে। পামেলাই কলে।

কিয় ? কৌতুহলেৰে অনাথৰ মুখমণ্ডল ভৰি গ'ল।

পামেলাই খুব লাহে লাহে লাহে চামোচেৰে কণী ভাঙি এটা অনাথৰ প্লেটৰ ওপৰত আৰু ইটো নিজৰ প্লেটত থলে। তাৰপিচত কলে,—মানুহজন নিজৰ তিৰোতাৰ লগত নেথাকে। লিগেল চেপাৰেশ্যন। কিন্তু অৰ্পণাক বিবাহ কৰাব নোৱাৰে। এইদৰে মাজে মাজে দুয়ো দুইকো কিছুদিনৰ বাবে লগ পায়। সেই কেইদিনত তেওঁলোকে চৰম সুখ অনুভৱ কৰে। এই সময়ত কাকো গ্ৰাহ্য নকৰে। আজি কিয় আমাক মাতিলে তাকে হে ধৰিব পৰা নাই। তোমাক দেখিছো বেছ কৌতুহলৰ দৃষ্টিৰে চায়। কিয় ?—

—পামেলা ৰ'ল। হুমুনিয়াহ চাৰি কলে, মোৰ বহুতদিনীয়া বন্ধু অৰ্পণা। কিন্তু তাই প্ৰবৃত্তিৰ দাস।—পামেলাই চকু তুলি অনাথৰ সমগ্ৰ মুখমণ্ডল পৰীক্ষা কৰি কলে,—এতিয়া কোৱা, বিয়াৰ কথা কোৱা। মই অতিষ্ঠ হৈ পৰিছো।

অনাথে হাঁহি কলে, সেই কথাকে তো মই পাতিব খুজিছিলো আজি। তুমি যেতিয়াই কোৱা, তেতিয়াই হব। তাৰপিচত সি কলে, —ব'লা আজি ফুৰিবলৈ ওলাই যাওঁ। ইয়াত কথা পাতিব নোৱাৰো।

পামেলাই অনাথৰ সমগ্ৰ মুখমণ্ডল আকৌ এবাৰ পৰীক্ষা কৰিলে, তাৰপিচত কলে, চাহ খাই যাওঁ।

নাই, নেখাওঁ। হোটেললৈ যাওঁ। তাত খামগৈ।—অনাথে দৃঢ়ভাৱে কলে।—ইয়াত এখন্তকো থাকিব নোৱাৰো।

পামেলাই অনাথৰ সমগ্ৰ মুখমণ্ডল আকৌ এবাৰ পৰীক্ষা কৰিলে, তাৰপিচত কলে, চাহ খাই যাওঁ।

নাই, নেখাওঁ। হোটেললৈ যাওঁ। তাত খামগৈ।—অনাথে দৃঢ়ভাৱে কলে।—ইয়াত এখন্তকো থাকিব নোৱাৰো।

কিন্তু অভদ্ৰতা হব।—পামেলাই আপত্তি কৰিলে।

অভদ্ৰতা! অৰ্পণাহঁতেও ভদ্ৰতাৰ কথা ভবা নাই। আমাক যে কিয় মাতিলে, তাকহে ভাবি বিচুৰ্তি হলো।

খেয়াল।—পামেলাই হাঁহি কলে। তাই ঘপকৰে উঠিল। এবাৰ অৰ্পণাহঁতৰ চালে। সিহঁত কথাত নিমগ্ন। একো কবই নোৱাৰে। অনাথ উঠিল। পামেলাক লৈ সি লাহে লাহে ৰেস্তোৰাঁৰ বাহিৰলৈ গ'ল। অৰ্পণাহঁতে এবাৰো উভতি নাচালে। অনাথে হঠাতে অৰ্পণাৰ কথা মনত পেলালে। ভালপোৱাৰ পৰীক্ষা কৰিবলৈ তাই মাতিছিল ইয়ালৈ। ঠিকেই। তাৰ মনত ঈৰ্ষা উদ্ৰেক কৰিব খুজিছিল। সেই কাৰ্যত তাই সফলতা লাভ কৰিলে। বাস্তবিকতে এই ঠাইত সি থাকিব নোৱাৰা হৈছে। সি অৰ্পণাৰ পৰা আঁতৰি যাব খুজিছে। পামেলাৰ লগত তাৰ আদান-প্ৰদান আৰু আৰু গভীৰ কৰি সি এতিয়া সান্ত্বনা লভিবলৈ বিচাৰিছে।

# ছয়

পামেলাৰ ফুৰি ফুৰি ভাগৰ লাগিছিল। যেতিয়া আলিবাটৰ দাঁতিত এখন টেক্সি দেখিলে, তেতিয়া লাহেকৈ হাত বাউল দিলে। টেক্সিখন ৰ'লত তাই অনাথক এক ৰকম জোৰ কৰিয়েই টেক্সিত উঠাই দিলে।

টেক্সিৱলাই সুধিলে, কলৈ যাব?

পামেলাই হাঁহি অনাথলৈ চালে, কোৱা, তুমি কোৱা। এতিয়া তোমাৰ কথাই মোৰ কথা!

অনাথে হাঁহিব খুজিলে, কিন্তু হাঁহিব নোৱাৰিলে। আবেলিটোৰ ভিতৰতে পামেলাই তাৰপৰা দুটা বস্তু আদায় কৰিলে। এটা তাৰ হাতৰ আঙঠিটো! আৰু দ্বিতীয়টো বিয়াৰ দিনৰ প্ৰতিশ্ৰুতি।

সিহ'তৰ বিয়া হব আগষ্টত। স্বইচ্ছাৰে দুজন যুবক-যুৱতীয়ে বিয়া সোমাব, গতিকে ৰেজিস্টাৰ্ড বিয়া হোৱাই ভাল। অনাথে এনে বিয়া হোৱাত প্ৰথমতে আপত্তি কৰিছিল। কাৰণ হোম-বিয়াৰ প্ৰতি বিশেষ মোহ আছিল। বিশেষকৈ উৎসৱৰ আকৰ্ষণত। কিন্তু লাহে লাহে সেই আপত্তি খণ্ডন হ'ল। অনাথে ট্ৰেডিশ্যনত বিশ্বাস কৰে। পামেলাৰ অনুৰোধত পৰি সেই বিশ্বাস এৰিবলৈ বাধ্য হ'ল।

অনাথক নিমাত দেখি পামেলাই ড্ৰাইভাৰক কলে, ব'লা আলিপুৰ পাৰ্ক প্লেচলৈ ব'লা।

টৌৰ আগবাঢ়িল। চৌৰংগীৰ পৰা গাড়ী দ্ৰুতবেগে যাবলৈ লাগিল।

অনাথে বিস্ময়েৰে সুধিলে, তালৈ কিয় ?

ভাবিছো গধূলি সাজ তোমাক খুৱাম।

অ'।—অনাথৰ মুখখনত এটা বেঁকা মিঠা হাঁহি ফুটি উঠিল। তাইৰ মুখ-চকু ৰঙা পৰি গ'ল।

হোটেলত চাহ খাওঁতে খাওঁতেই বহুত বেলি হ'ল। তাৰপৰা সিহঁতে খোজ কাঢ়ি কাঢ়ি চৌৰংগীলৈ আহিল। এইখিনি সময়ৰ ভিতৰতে গধূলি হৈ গ'ল। সময়ৰ জ্ঞান কাৰো নাছিল। এতিয়া অৰ্পণাক বহুত দূৰৈৰ প্ৰেয়ঃ বস্তু যেন বোধ হ'ল। পামেলাৰ মাজত সেই সহজ আৰু তীব্ৰ আকৰ্ষণীয়তা নাই; কিন্তু হৃদয়ত এটি সহজ পৰিপাটিতা আছে মানুহজনীৰ। তাক এই কেইঘণ্টাৰ ভিতৰতে একেবাৰে জাতি কৰি পেলাইছে। সি পামেলাৰ মুখলৈ চাই ৰ'ল। পামেলা ভাল গৃহিণী হব।

পামেলাই সুধিলে, কি চাইছা ?

এটা কথা আচৰিত লাগিছে।

কি ?

তোমাৰ এই ৰূপ।

মোৰ ৰূপ নাই। অৰ্পণাৰ হে ৰূপ আছে।—

পামেলাৰ চকুত বিজুলী খেলি গ'ল। তাই পৰীক্ষা কৰিব খুজিলে অনাথক। অনাথৰ মুখৰ প্ৰত্যেকটো ৰেখালৈ চাই সতৰ্ক দৃষ্টিৰে তাই অভিজ্ঞানৰ অপেক্ষাত ৰ'ল। কিন্তু একো ধৰিব নোৱাৰিলে। অনাথ সেই জাতৰ পুৰুষ, যাৰ প্ৰেম সৰ্বগ্ৰাসী নহয়। তাই ঠিক বুজি পাইছে তাইৰপৰা সি কি বিচাৰিব। দেহৰ ঐশ্বৰ্য। কামনাই তাৰ আচল কাম্য নাৰীৰ মাজত। তাইৰ আত্মবিশ্বাস বাঢ়িল। তাই তাক সন্তুষ্ট কৰিব পাৰিব। তায়ো দৈহিক কামনাৰ দাস। পুৰুষ সম্পৰ্কে সূক্ষ্ম বিচাৰ তাই কোনো দিনে কৰা নাই। তাই বহুত

দিনৰ আগতে অনাথক কথা দিছে, গতিকে সেই কথা তাই উঠাই লব নোখোজে। তাই আনুগত্যত বিশ্বাস কৰে। অনাথৰ মাজত তাই এজন পুৰুষ বিচাৰিছে। বিশেষ নহয়। সাধাৰণ পুৰুষ। অনাথৰ দেহৰ গঠনত সাধাৰণ বাঙালীৰ শৈথিল্য আৰু মেদ নাই। সি নিপোটল, পঞ্জাবীৰ দৰেই তাৰ দেহ আটিল। অৰ্পণাৰ দৰে মতা মানুহৰ মাজত তাই কামনাবিহীন প্ৰেম বিচাৰি নেযায়।

অৰ্পণাৰ প্ৰসংগ ওলালত অনাথে অস্বস্তি বোধ কৰিলে। সি ক'লে, সঁচা কথা, ৰূপ আছে। কিন্তু ৰূপেই জানো সকলো? অৰ্পণা সন্ন্যাসিনী।

পামেলাই কলে, অন্ততঃ তাই কয় সেইদৰে। বোধহয় হয়ো।

অনাথে কলে, বোধহয়। নহলে ইমান গভীৰ ৰসালাপৰ কি প্ৰয়োজন?

পামেলাই কলে, তাই পাগলীয়ে নিজৰ এখন পৃথিবী ৰচনা কৰি তাত বাস কৰিব পাৰে। কলেজত পঢ়াৰেপৰা দেখিছো। কলেজৰ দিনতো তাই প্ৰেমৰ সন্ধানত বাউলী আছিল। কিন্তু নিজৰ মন তাই ধৰিব পাৰে। ইমান দিনৰ পাছতো দেখিলো তাই এতিয়াও প্ৰেমৰ সাধনাত ব্যস্ত।—পামেলা ৰ'ল। অৰ্পণাৰ বয়সৰ কথা কব খুজিছিল কিন্তু শেষ মুহূৰ্তত নোকোৱাকে বিবেচনা কৰিলে।

অনাথে কলে, তাই যৌবনটো নষ্ট কৰিছে।—কথাষাৰ কৈয়েই তাৰ অনুভৱ হ'ল এই বাক্যটোৱে অৰ্পণাৰ বৰ্তমান অৱস্থাৰ পূৰ্ণ বিবৰণ নিদিলে। অৰ্পণা সম্পূৰ্ণৰূপে কামহীন নহয়। তাইৰ দৈহিক দুৰ্বলতা আছে যেন লাগে। কিন্তু এই মুহূৰ্তবোৰ জীৱনত ইমান কম যে তাইক কামিনী বুলি অভিহিত কৰা ভুল হব। তাইৰ জীৱনটো ৰহস্যাবৃত। এই মানুহটোৰ প্ৰেমত তাই ইমান গভীৰভাৱে পৰিছে যে তাৰ লগত তাইৰ আত্মমৰ্যাদাবোধো জড়িত আছে। এই পুৰুষজন মাথোন উপলক্ষ্য। তাৰ মাজত তাই বিচাৰিছে গভীৰ প্ৰেয়ঃ। কিন্তু এইবোৰ তাৰ অনুমান হে। তাইৰ কথা অনুমান কৰা সহজ নহয়। গভীৰ পানীৰ মাছ।...

নিজৰ অক্ষমতাত নিজে অসন্তুষ্ট হৈ সি আকৌ কলে, অৱশ্যে নষ্ট বুলি কব নোৱাৰি। আমি আৰিষ্টে ছোৱালী দেখিলেই জীৱন নষ্ট হৈছে বুলিয়েই ধৰি লওঁ। কামনা আৰু দেহৰ ক্ষুধাই আচল বস্তু নহয়।

পামেলাই এইবাৰ হাঁহিবলৈ ধৰিলে। অনাথে সুধিলে, কিয় হাঁহিছা ?

তোমাৰ গাত কথা যেন লগা নাই।—পামেলাই উত্তৰ দিলে—এতিয়াও সৰু ল'ৰা হৈ আছা।—তাই আকৌ খোচ দি কলে, তোমাৰ মনটো পুৰণি।

অনাথে পামেলাৰ কথাৰ ইংগিত কি বুজি পালে। তাৰ কাণ-মূৰ ৰঙা পৰি গ'ল। বোধহয় তাৰ কথা অবান্তৰ হ'ল। কেতিয়াবা উপলব্ধি অস্পষ্ট হলে—কিবা এটা সাধাৰণ মন্তব্য কৰি সি আদৰ্শ অৱস্থাৰ কল্পনা কৰে।...

লাহে লাহে বেলি ডুবি আহিল, আৰু আন্ধাৰৰ আঁৰ লৈ হঠাতে এজাক বৰষুণ আৰম্ভ হ'ল। অনাথে পামেলালৈ চালে। তাইৰ বৰ কটা চুলিবোৰ লাহে লাহে শুকান হৈ আহিছে। দীঘল জোঙা নাকটো মুখখনৰ ওপৰত উজ্জ্বল হৈ জিলিকি উঠিছে। তায়ো এইবাৰ কথা-বতৰা বন্ধ কৰি তালৈ চাই ৰ'ল নিৰ্নিমেষ নয়নে। তাৰ ভাব হ'ল সি স'চাকৈয়ে এটা অবোধ বালক।

মটৰখন বৈ গ'ল।

# সাত

ইচ্ছা কৰিয়েই পামেলাই ভাত ৰান্ধিছিল। ঘৰটোৰ যিটো ৰুমত তাই আলহী সুধিছিল, সেই ৰুমটো তাইৰ এগৰাকী বান্ধবীৰ ভাড়া ৰুম। বিশেষ কামত তাই কলিকতাৰ বাহিৰলৈ গৈছিল। সেইবাবে তাইৰ তত্বাৱধানাতে ৰুমটো আছিল। একেটা ৰুমতে শোৱা ৰন্ধা-বঢ়া আৰু খোৱা। বান্ধবীগৰাকীয়েও পোষ্ট এণ্ড টেলিগ্ৰাফ ডিপাৰ্টমেণ্টত কাম কৰে। দিল্লীৰপৰা ইয়ালৈ বদলি হৈ আহিছে। দিল্লীত পামেলাহঁতৰ ঘৰৰ ওচৰতে তাই আছিল।

পামেলাই ভাত ৰন্ধাৰ সময়খিনি অনাথে ৰুমটোৰ চাৰিওকাষ এবাৰ চালে। এজনী খীণ বাঙালী ছোৱালীৰ স্মিত হাস্যৰূপ তাৰ চকুত পৰিল। বেৰত আৰু একো ছবি নাই। কেবল এখনেই। মেজত কেইবাখনো আলোচনী সজোৱা আছে, কিন্তু বিশেষ পঢ়াশুনা কৰা ছোৱালীজনী নহয় যেন লাগিল। ৰুমৰ বিচনাখনত এখন ৰংচঙীয়া বেড কভাৰ। খাটখন বহুত পুৰণি। ভিক্টোৰিয়া যুগৰ। বোধহয় মালিকৰ খাট।

ৰুমত এটা হিটাৰ লাইন আছে। ইলেকট্ৰিক ষ্ট'ভত তাই ভাত ৰান্ধিছে। বাঙালী ছোৱালীৰ দৰেই পাচলি কুটিছে তৰকাৰী কৰিবলৈ। দিনৰ ভাগতে ভাজি থৈ যোৱা কেইটুকুৰামান মাছ আছিল, তাকো ঢাকি থোৱা বাচন এটাৰ পৰা উলিয়াইছে। ৰুমৰ দুৱাৰখন বন্ধ।

কেবল খিড়িকী দুখন খোলা। খিড়িকীয়েদি প্ৰবল বৰষুণৰ শব্দ আহিছে। পামেলাই থিয় হৈ পাচলি কুটিছিল। খিড়িকীয়েদি বৰষুণৰ টোপাল আহি তাইৰ বাহু মুখত পৰিছে। এবাৰ বতাহত তাইৰ আচল বাহুৰপৰা খহি পৰিল, লগে লগে ওখ বুকুখন জিলিকি উঠিল। মানুহজনী কিন্তু স্থিৰ। সি থকা ঠাইৰপৰা চালে কোনোবা আৰ্টিষ্টৰ মডেল যেন বোধ হয়।

অকস্মাৎ এনে এটা দিনতে পামেলাৰ লগত দিল্লীত তাৰ চিনাকি হৈছিল। তাইৰ বাপেক ঘৰ সজোৱা কণ্ট্ৰেক্টৰ। কিবা সূত্ৰত এজন এম-পিৰ যোগেদি সিহঁতৰ চিনাকি হয়। সি তেওঁৰ সজা হোটেল দুটাৰ চিত্ৰ কৰিবলগা হৈছিল। কনট্ৰেক্টৰৰ ঘৰলৈ অহাযোৱা কৰোতে হঠাতে পামেলাৰ লগত চিনাকি হ'ল। সিহঁতৰ ঘৰত কেবল বাপেক আছে। আন কোনো নাই। তাইও তোলনীয়া জীয়েক। দেশ-বিভাজনৰ পাচত অনাথিনী হোৱা ছোৱালী এজনী তেওঁ তুলি লৈছিল। ছোৱালীজনী পঢ়িছিল দিল্লীত।

এনে এটা দিনতে সি পামেলাক এদিন চিনেমা হলৰপৰা আনি ঘৰত থৈ গৈছিলহি। সেইদিনাই বাপেকে প্ৰথম সিহঁতৰ মাজত বাঢ়ি অহা গাঢ় বন্ধুত্বৰ কথা গম পালে। বাহিৰত প্ৰবল বৰষুণ দি আছিল। বাপেকে সস্নেহে তাক খাবলৈ ৰাখিলে আৰু কথাৰ ছলেৰে তাৰ পৰিচয় ললে। অনাথে দুয়োৰে জীৱনৰ মাজত আচৰিত মিল আৱিষ্কাৰ কৰিলে সেইদিনা।

একে ধৰণৰ জীৱন পামেলা আৰু অনাথৰ। অনাথ আছিল পূৱ বংগৰপৰা ভাগি অহা এটি ভগনীয়া পৰিয়ালৰ একমাত্ৰ সন্তান। বাপেক-মাকৰ টকা আছিল, তাৰে তাক কষ্ট কৰি পঢ়ুৱালে। কিন্তু অকস্মাতে তাৰ বাপেক আৰু মাক দুয়ো ঢুকাই থাকিল। মন বেয়া লাগি সি দিল্লীলৈ গুচি আহিল কাম বিচাৰি। দাৰ্জিলিং ভাল নলগা হ'ল।

পামেলাৰ পৰা সেইদিনা বাপেকৰ বিষয়ে বহুত অভাৱনীয় কথা শুনিলে।

পামেলাৰ বাপেকৰ মতি-গতি ইতিমধ্যে পৰিবৰ্তন হৈছে। তেওঁ এগৰাকী যুৱতী বিয়া কৰাইছে। নতুনকৈ অনা এই যুৱতী গৰাকীৰ লগত পামেলাৰ মনৰ মিল নঘটিল। তাই ঘৰত থাকে যদিও মাকৰ লগত বৰ হলি-গলি নকৰে। বাপেকে তাইক বিয়া দিবৰ বাবে দৰা বিচাৰিছে। কিন্তু তাই আন ক'তো বিয়া নোসোমাওঁ বুলি স্পষ্টভাৱে কৈ দিছে। তাকে দেখি তেঁওলোকে তাইক একৰকম বাধ্য কৰাবলৈ যত্ন কৰিছে। ধনী মানুহে দৰা পোৱা তেনেকৈ টান নহয় পঞ্জাবত।

এই কথা গম পাই তাই অতিষ্ঠ হৈ পৰিল।

কিন্তু তাতকৈও অসহ্য পৰিস্থিতিৰ উদ্ভৱ হ'ল দৈনন্দিন জীৱনত। কোনো কোনো অজ্ঞাত ভদ্ৰলোকৰ পাৰ্টিলৈ তাই নিমন্ত্ৰণ পায়। বাপেকেই তাইক লৈ যায় তালৈ আৰু বুঢ়া লাপুঙৰপৰা আৰম্ভ কৰি গণ্য-মান্য লম্পটলৈকে সকলোৰে লগত চিনাকি কৰি দিয়ে। তেনে সময়ত তাইৰ বিদ্ৰোহৰ ভাব হয়। কিন্তু তাই কোনদিনেই সেইবিলাক ক্ষণত দুৰ্বলতা প্ৰকাশ কৰা নাই। কিন্তু মাংস খোৱা বাঘৰ মুখত হৰিণী পৰিলে যেনে অৱস্থা হয়, তেনে অৱস্থা হয় তাইৰ।

পামেলা সদায় ধীৰ স্থিৰ আৰু দৃঢ়মনা। পাচলি কুটোতে যি মনোভাৱ, সদায় সেই একে মনোভাৱ। এতিয়া তাইৰ হাত কেইখন অনবৰত চলি আছে।

অথনি ঠিক এনেকৈয়ে ধীৰ স্থিৰ গম্ভীৰভাৱে তাইৰ মনৰ কথা খুলি কৈছিল। তাৰ লগত একবিন্দুও থাকিবৰ তাইৰ ইচ্ছা নাই। তাৰ লগত ঘৰ পাতি থাকিবৰ ইচ্ছা। আনৰ ৰাজনৈতিক চক্ৰান্তত ক্ষতিগ্ৰস্ত হোৱা দুটা নিশ্চিহ্ন বাস্তুহাৰা পৰিয়ালৰ সৈহঁত হ'ল

অৱশেষ। নকৈ নতুন উছাহেৰে দুয়ো ঘৰ কৰিব, এয়ে তাইৰ আশা।

অনাথে কিন্তু এইবোৰ একো ভবা নাই। সি কেৱল তাইক দুৰৰপৰা চাই আছে। তাইৰ সহজ সৰল ৰূপ, তাইৰ কথা-বতৰা, সৰল অংকৰ দৰে সহজ উত্তৰ, প্ৰশ্ন আৰু কল্পনাৰ স্থূলতা। এজনী কোমল বয়সীয়া ছোৱালী লাহে লাহে ডাঙৰ হ'ল, এতিয়া তাই চাকৰি কৰে। চাকৰিৰ পিচত আগতে ঠিক হৈ থকা দৰাৰ লগত বিবাহ কৰাব। তাইৰ জীৱনত প্ৰৱেশ কৰা দিনৰেপৰা সি কেন্দ্ৰবিন্দু হৈ পৰিছে, তাৰ চৌপাশে তাইৰ জীৱন আৰু কল্পনা ঘূৰে।

ইতিমধ্যে তাৰ ৰুচি, মানে—অকল খোৱাৰ ৰুচি নহয়, পঢ়াৰ ৰুচি তাই আয়ত্ত কৰি লৈছে। সি যে ইলিচ মাছৰ জোল আৰু 'দেশ' পত্ৰিকা ভাল পায় তাকো তাই জানে। জোল কৰিবলৈ তাই ইতিমধ্যে শিকিছে। আৰু 'দেশ' পত্ৰিকা পঢ়ি তাৰ গল্পৰ ওপৰত মন্তব্য দিব পৰা হৈছে। অকল সেয়ে নহয়। সি যে নীল ৰঙৰ সাজ পোছাক, কেঅ'কাৰ্পিন তেল আৰু ইংৰাজী চিনেমা ভাল পায় তাকো তাই জানে। তাৰ গাত কোন ৰঙৰ উলৰ চুৱেটাৰে 'মেচ' কৰিব তাকো তাই ভালদৰে. কব পাৰে। এটা হেনো চুৱেটাৰ তাই গুঠি আছে। জাৰ পৰাৰ লগে লগে পঠিয়াব।

অকল তাৰ ৰুচিয়েই নহয় তাৰ মনৰ প্ৰকৃতিও অলপ-অচৰপ তাই বুজি পাইছে। অৰ্পণাই যে তাক মোহমুগ্ধ কৰিছে তাক তাই দেখাৰপৰা বুজিছে। মনত ঈৰ্ষাও হৈছে হয়তো, কিন্তু তাক প্ৰকাশ কৰা নাই। উদাৰচিত্তে আপোনমনে তাই ক্ষমা কৰি তাক লাহে লাহে তাইৰ কাষলৈ আনিবলৈ চেষ্টা কৰিছে। তাৰ ভাব হৈছে তাই তাক তাৰ দেহৰ ছাঁৰ দৰে সদায় অন্বেষণ কৰি থাকিব। সি জানো তাইক জোখাৰে কিবা প্ৰতিদান দিব পাৰিব? এতিয়াও তাৰ বিচাৰ

পূৰ্বে হোৱা নাই। ছুমাহৰ আগলৈকে তো তাইৰ বাহিৰে আন কাৰো কথা সি চিন্তা কৰা নাছিল। তাইৰ উদাৰ আৰু বিবেচনাপূৰ্ণ মৰমৰ ভাবৃত সি তাইৰ ওচৰত কৃতজ্ঞ, ঋণীও। গতিকে তাইক সি এৰি দিব নোৱাৰে।

কিন্তু অৰ্পণাক লগ পোৱাৰ আগতে তো সি বুজিব পৰা নাছিল এজাত চুম্বক জাতীয় নাৰীৰ কথা। বহুত দূৰ পৃথিৱীৰ মাধ্যাকৰ্ষণৰ দৰে। একো বাধা নামানি টানি লৈ আহে, বাধা দিবৰ বাবে পৌৰুষ অক্ষম। এইটো সম্পূৰ্ণৰূপে কামনা। সমাজ সংসাৰ তাৰ আগত একেবাৰে তুচ্ছ। দেহটোত যেন সোণৰ খনি এটা লুকাই আছে। নহয়, নহয়—সি যেন কেতেকী ফুল ,আৰু কামনা তাৰ গন্ধ। অৰণ্যেদি যাওঁতে পথিকৰ মন সম্পূৰ্ণৰূপে আকৰ্ষণ কৰি লৈ যায়। পামেলা তেনে কেতেকী ফুল নহয়। তাই যেন যাত্ৰাৰ আৰম্ভৰ দেশৰ চৰাইখানা। আৰু যাত্ৰাৰ শেষৰো চৰাইখানা। যাত্ৰী যাবলৈ ওলাওঁতে তাত জিৰায়, যাত্ৰা শেষ হ'লে জিৰায়। মাজছোৱাত তাই নাথাকে।

ছিঃ! এইবোৰ কি ভাবিছে, তাই তাৰ দেহৰ ছাঁ।

প্ৰেছাৰ কুকাৰত চাউল-মাছ-তৰকাৰী বহাই দি তাই এইবাৰ হাত ধূলে। তাৰ পিচত টাৱেলত হাত মচি বেগ এটা খুলি অগৰু চন্দনৰ এটা বটল উলিয়ালে। তাৰে অকণ অনাথৰ গাত বাকি দি, অকণ নিজৰ গাত লৈ তাই তাৰ কাষত এনেকৈ বহিল যাতে হাত মেলিলেই হিটাৰৰ চুইচটোও পায় আৰু তাৰ মূৰৰ চুলিকেইডালো পায়। সোঁহাতেৰে তাইৰ আঙুলি কেইটা নিজৰ হাতত লৈ ক'লে, —চোৱা, এইবাৰৰপৰা কিন্তু এনেকৈ থাকিলে নহ'ব, নিয়মমতে নখ কাটিবা। ইমান সুন্দৰ আঙুলিবোৰ, ভাব হয় যেন গোলাপ ফুলৰ কাঁইট।

অনাথে হাঁহি ক'লে, তেতিয়াহ'লে তোমাৰ হাতখন গোলাপ।

পামেলাই তাৰ গোটেইখন হাত এইবাৰ নিজৰ কোচত লৈ মোহাৰি দিবলৈ ধৰিলে। তাৰ পিচত ক'লে, সঁচাকৈয়ে মোক গোলাপ বুলি ভাবা নে?

অনাথে উত্তৰ দিলে, এতিয়া ভাবিছোঁ।

পামেলাৰ মুখত এটা সন্তুষ্টিৰ ভাব ফুটি উঠিল। তাই ক'লে, তোমাৰ হাতখন ইলেকট্ৰিক বান্নাৰৰ দৰে।

ডেড নে লাইভ?—অনাথে হাঁহি সুধিলে।

এই প্ৰশ্নৰ উত্তৰ এতিয়া নিদিওঁ, বিয়াৰ পিছত দিম।—পামেলাই খুব শান্ত স্বৰে উত্তৰ দিলে।

অনাথে এই শুকান সাধাৰণ উত্তৰ ভাল নাপালে। কথা কটাকটি কৰিব পৰা শক্তি পামেলাৰ নাই। সেই শক্তি আছে অৰ্পণাৰ। কিন্তু ক্ষতি কি? সকলোৰে শক্তিতো সমান হ'ব নোৱাৰে। কিন্তু এটা কথাত পামেলাৰ লগত অদ্ভুত মিল দেখা পালে নিজৰ। পামেলাই তাৰ ৰুচি-পচন্দ-অভ্যাস এইবোৰকে যে অকল ভাল পায় এনে নহয়, তাই তাৰ দেহটোও ভাল পায়। দুয়োটাই সমানে পশু। কিন্তু পামেলা খুব সাৱধান। বিয়াৰ আগতে তাই তাৰ ওচৰত দেহ সমৰ্পণ কৰিব নোখোজে। এইটো তাৰ বাবে অসহ্য। পামেলাক লগ পোৱাৰেপৰা তাৰ মনত এই ক্ষুধা উমি উমি জ্বলি আছে। তাৰ লাজ লাগিল।

পামেলাই ক'লে, মনে মনে ৰ'লা কিয়?

অনাথে উত্তৰ দিলে, মনে মনে নাথাকি কোঢ়াল কৰিম নেকি?

পামেলাই এইবাৰ খিলখিলকৈ হাঁহিবলৈ ধৰিলে। অনাথে বৰ যন্ত্ৰণা অনুভৱ কৰিলে। পামেলাৰ মুখলৈ সি চাব নোৱাৰা হ'ল। পামেলাই হাঁহিলে। লাহে লাহে হাত মুখ চুলি বুকু সকলোতে হাত বুলাই দিবলৈ ধৰিলে। সেই স্পৰ্শই তাৰ যন্ত্ৰণাৰ উপশম কৰক চাৰি তাক দুগুণে জ্বলাই তুলিলে। লাহে লাহে সি অতিশয় কাতৰ হৈ পৰিল, আৰু গোটেই দেহটোত পামেলাৰ হাতৰ সেই অদ্ভুত ৰোমাঞ্চকৰ স্পৰ্শ পাবলৈ উদ্বিগ্ন হৈ ৰ'ল। সি চকু মুদি কেৱল সেই স্পৰ্শৰ ধ্যান কৰিবলৈ লাগিল। সেয়েই মানুহৰ চৰম আৰু পৰম পোৱা। মুখৰ কথা-বতৰা সম্পূৰ্ণৰূপে বন্ধ হৈ গ'ল।

পামেলাৰ হাতখন সি বুকুৰ মাজৰ হৃৎপিণ্ডৰ ওপৰত অনুভৱ কৰিলে। তাতে হাতখন ৰৈ গ'ল। বুকুখন ঢপঢপকৈ মাৰিবলৈ ধৰিলে। কিন্তু তাৰ দেহ প্ৰজ্বলিত শিখাৰ দৰে উত্তপ্ত হবলৈ ধৰিলে। চকু মুদি সি এটা এটা স্পৰ্শ, উত্তেজনা, পামেলাৰ দেহৰ নিবিড় সান্নিধ্য আৰু এটা মন অন্ধ কৰি দিয়া কামনাৰ বিজুলী সোঁতৰ আঘাত পাবৰ বাবে আশা পালি ৰ'ল, কিন্তু পামেলাৰ হাত আৰু আগ নাবাঢ়িল। বুকুৰ ওচৰতে কামনাৰ সীমা নিৰ্ধাৰিত হ'ল।

সেইদৰে ভালেমান পৰ গ'ল, কিছু পৰৰ পিছত বুকুৰ কঁপনি অলপ স্বাভাৱিক হ'ল; পামেলাই হাতখন তুলি নি হুইচটো গুচাই দিলে আৰু লগে লগে ক'লে, উঠা, মুখ হাত ধোৱা। খাবৰ হ'ল।

অনাথে চকু মেলি পামেলাক চালে। পামেলাৰ মুখত এটা তৰল গাম্ভীৰ্য্য তাই তালৈ এবাৰ কেৰাহিকৈ চালে। কিন্তু পিচ মুহূৰ্ততে এখন সৰু মেজত ভাত বাঢ়িবলৈ লাগি গ'ল। অনাথ লাহে লাহে উঠিল। মুখ ধুলে, তাৰ পিচত খাবলৈ বহিল।

খাই শেষ কৰি অনাথে খিড়িকীখনৰ ওচৰলৈ গ'ল আৰু খিড়িকীখন খুলি দিলে। বতাহৰ হো-হোৱনি আৰু বৰষুণৰ অবিৰাম বৰ্ষণ শুনি তাৰ মনত অসীম আহ্লাদ উপজিল। সি পামেলাক কাষলৈ মাতিলে। পামেলা আহিলত সি পামেলাক ক'লে, আৰু এখন পনীয়া বেৰ যেন তৰি দিছে কোনোবাই। ইয়াৰপৰা যেন যাবৰ উপায় নাই ক'লৈকো।

.পামেলাই অনাথৰ মুখখন চালে, তাৰ প্ৰতি ভাঁজে ভাঁজে এটি আহ্লাদ। তাই বুজি পালে অনাথৰ এই আহ্লাদৰ অৰ্থ কি। তাৰ মুখত নাৰীৰ নিভৃত সাহচৰ্যত অকস্মাতে জাগি উঠা দেহৰ নিৰ্বাক উত্তেজনা ফুটি উঠিছে। বাহিৰৰ বাতবৃষ্টিৰ পৰ্দাখনে যেন তাৰ এই উত্তেজনা উল্লাসপূৰ্ণ কৰি তুলিছে। অৰ্থনিৰেপৰা মন কৰিছে অনাথ যেন সদায় অন্যমনস্ক। কথা পাতিবৰ সময়ত আৰু খাবৰ

পৰত সকলো সময়তে দেহৰ উত্তেজনাই তাক খুলি খুলি খাইছে ; ভদ্রতা, কথা-বতৰা, চাল-চলন সকলোবোৰ যেন তাৰ কামনাক বন্দী কৰি ৰখা কিছুমান বেৰ। এই কামনাৰ ক্ষুধা একেবাৰে পাশৱিক। পামেলাই ক'লে, ভাল লাগিছে, নহয় ?

খুব।—অনাথে পামেলালৈ চালে,—কিন্তু চোৱাৰ লগে লগে দেখিলে পামেলাৰ মুখখন শান্ত ফৰকাল আৰকালিৰ এটা পুৰাৰ দৰে হৈ পৰিছে। তাই হাঁহিছে। এই নিভৃতত থাকি যে দুটি নৰ-নাৰীয়ে অইন কিবা কথা ভাবিব পাৰে, ক'ব পাৰে, এই কথা সি ভাবিবই নোৱাৰে। ইয়াত নৈতিকতা একেবাৰে শূন্যৰ ঘৰত। তথাপি পামেলা শান্ত শিষ্ট ভদ্র ছোৱালী এজনীৰ দৰে থিয় হৈ থকা দেখি সি আচৰিত হ'ল। তাইৰপৰা সি তেতিয়া যি বিচাৰিছিল সেয়াহ'ল কামনা চৰিতাৰ্থৰ এটা নগ্ন মুহূৰ্ত। আন ভাষাত কথা ক'বৰ তাৰ শক্তি নাছিল।

পামেলাই তাৰ অৱস্থা দেখি ক'লে, এই নিভৃত একো নিভৃত নহয়।

কিয় ?—অনাথে কোনোৰকমে সুধিলে।

আমাৰ মাজত ব্যৱধান আছে। এতিয়াও তোমাৰ মন সম্পূৰ্ণ-ৰূপে মোক দিয়া নাই। তদুপৰি বিয়া হবলৈ তো আছেই।—পামেলাই খুব লাহে লাহে আৰু স্পষ্টভাৱে কথাকেইটা ক'লে। কথাকেইটাৰ প্ৰত্যেকটোৱে অনাথক আঘাত দিলে।

তাৰ গোটেই গা ঘামিবলৈ ধৰিলে। পামেলাই ঠিকেই ধৰিছে। মিছা কথা নহয়। তাৰ মন আৰু এটি নাৰীমূৰ্তিয়ে সততে আকৰ্ষণ কৰি আছে। তেনেহ'লে পামেলাৰ আঙুলিত সি কিয় আঙঠি পিন্ধালে, কিয় বিবাহৰ দিন ঠিক কৰিলে, কিয় এইদৰে বাতবৃষ্টি পৰিবেষ্টিত নিৰ্জন কক্ষত নিজৰ কামনাৰ ক্ষুধা চৰিতাৰ্থ কৰিবলৈ সাজু হৈছেহি ? মূল্যবোধত তাৰ খেলি-মেলি লাগি গ'ল। পামেলাই এতিয়া স্পষ্ট উত্তৰ বিচাৰিছে তাৰপৰা। সি কলে, অৰ্পণাৰ কথা ঠিকেই কৈছা।

তেওঁ মোক আকৰ্ষণ কৰিছে। কিন্তু তোমাকেহে মই পত্নী হিচাপে বাছিছোঁ। আৰু—

কোৱা। মোৰ আগত তুমি নিসংকোচে কোৱা। পামেলা একেদৰেই ধীৰ-স্থিৰ, গম্ভীৰ। অনাথ যেন বিচাৰকৰ আগতহে খিয় হৈছে, ভাবী পত্নীৰ আগত নহয়।

অনাথে সেপ ঢুকি কোনোৰকমে ক'লে, আৰু এটা কথা তোমাক নক'লে মোৰ ভুল হৈ যাব। কোনোবা ধুনীয়া তিৰোতাৰ ওচৰত থাকিলেই মোৰ ভাব হয় মই তাইক মোৰ নিজৰ কৰি লওঁ; মোৰ ভোগৰ সামগ্ৰী হিচাপে ব্যৱহাৰ কৰোঁ।

পামেলাই অনাথলৈ এইবাৰ অবিশ্বাসৰ দৃষ্টিৰে চালে। কিন্তু দেখিলে তাৰ মুখত সম্পূৰ্ণৰূপে নিৰ্দোষিতাৰ ভাব। তাই আচৰিত হ'ল। অনাথ যেন দায়িত্বহীন এটি চেঙেলীয়া ল'ৰা। তাই নিৰ্মম স্বৰেৰে ক'লে, তুমি এনে মানুহ বুলি তো ধাৰণা নাছিল। দুগৰাকী মানুহক সমানে ভাল পোৱা জানো সম্ভৱ? আৰু সকলো তিৰোতাকে কামনাৰ বস্তু বুলি ভবাটো হয় অনাচাৰ নহয় অনভিজ্ঞতাৰ চিন। —তাই ৰ'ল। তাৰ পিচত আকৌ ক'লে, তথাপি মই তোমাক ভালপাওঁ। তুমি সৰল। তুমি যদি সঁচাকৈয়ে মোক বিয়া কৰিব খোজা, তেন্তে অৰ্পণাক পাহৰিব লাগিব আৰু এই অনাচাৰী কামনা পৰিহাৰ কৰিব লাগিব।

অনাথে যেন গুৰুৰ উপদেশহে শুনিছে। সি বুজি পালে, অন্তৰৰ গোপন ভাব পামেলাৰ আগত উজাৰি দি নিজেকে সি লঘু কৰিলে। কিন্তু তাৰ অভিমান নহ'ল। পামেলাই কোনো অযুক্তিকৰ কথা কোৱা নাই। সাধাৰণ পত্নীয়ে পুৰুষৰপৰা যি দাবী কৰে, তাই তাকে কৰিছে। সি একান্তভাৱে তাৰ হ'ব লাগিব। অকল মনে-প্ৰাণে নহয়, বিবাহৰ যোগেদিও। তেতিয়াহে তাই তাৰ ওচৰত আত্মসমৰ্পণ কৰিব। এইবোৰ যুক্তিপূৰ্ণ কথা। কিন্তু সি নিজৰ কথা নিজে চালি-জাৰি চাব পৰা নাই। তাৰ এই আচাৰৰ কামনা এটা সত্য। তাৰ অৰ্পণাৰ প্ৰতি হোৱা অহেতুক আকৰ্ষণো

এটি সত্য। এইবোৰ সত্যক সি কেনেকৈ নুই কৰিব? সি জানো সৌন্দৰ্য-স্পৃহা আৰু কামনাক জয় কৰিবলৈ সমৰ্থ হ'ব? ত্যাগেৰে কৰিব নে ইয়াৰ পিচত থকা মহা সত্য, আচল সত্য উন্মাটন কৰিব?

সি খিড়িকীৰ কাষৰপৰা গুচি আহি বিচনাত পৰিলহি আৰু একান্তমনেৰে এই দুটা কথা ভাবিবলৈ ধৰিলে।

পামেলাই একো তত্ ধৰিব নোৱাৰিলে। পশুৰ দৰে উন্মত্ত হৈ উঠা কামুক পুৰুষজনৰ মনত যোগীৰ কৌতূহল উপজিল নে? অনাথে চকুমুদি কি চিন্তা কৰিছে? তাইৰ কথাৰ উত্তৰ? অনাথে যে এই কথাবোৰৰ উত্তৰ বিচাৰিব লাগিব, তাক তাই সপোনতো ভবা নাছিল। তাই তাৰপৰা বিশেষ একো দাবী কৰা নাই। সাধাৰণতে এজনী ভাবী পত্নীয়ে ভৱিষ্যত পতিৰপৰা যি দাবী কৰিব লাগে তাই তাকে দাবী কৰিছে। তাই অস্থিৰ নহ'ল। খোৱা কাঁহী-বাটিবোৰ বেচিনত ধুই তাত হাত মচিলে আৰু তাৰ পিচত কোঠাৰ একোণত থকা আয়নাত গৈ মুখখন চালে। তাৰ পিচত অনাথৰ কাষলৈ আহি তাৰ কাষতে গাত গা লগাই বিচনাখনত বহি তাৰ মনৰ ভাব পাতল কৰিবলৈ মাতিলে, অনাথ শুলা নেকি?

অনাথে চকু মেলি ক'লে, মোক অলপ নিৰলে থাকিবলৈ দিয়া পামেলা।

কিয়? মই থাকিলে কিবা আপত্তি আছে নেকি?—পামেলাই হাঁহি প্ৰশ্ন কৰিলে।

অনাথে ক'লে, মই তোমাৰ কথাৰ উত্তৰ বিচাৰিছোঁ। কিন্তু যিমানে ভাবিছোঁ সিমানে ধাৰণা হৈছে আগেয়ে পশুত্বৰপৰা উদ্ধাৰ পাব নোৱাৰিলে একো নহ'ব।

বিয়াও নহ'ব নেকি?—পামেলাই হাঁহি সুধিলে।

সেই কথা এতিয়া ভবা নাই। কিন্তু মই বৰ হীন জীৱ।

পামেলাই হাঁহি ক'লে, অকল তুমিয়েই তো নোহোৱা। বেছি ভাগ মানুহেই তেনে। ভাবি তাক অন্ত কৰিব নোৱাৰা। কিন্তু মই তোমাক প্ৰকৃত পুৰুষ কৰি গঢ়িবলৈ দৃঢ়প্ৰতিজ্ঞ।

পামেলাৰ কথা শুনি অনাথে আশ্বাস পালে আৰু ক'লে,—তুমি জানো মোক গঢ়িব পাৰিবা? নিজৰ মাজত সত্তাক বন্দী কৰি থলেই তো মানুহ মানুহ নহয়।

তুমি অৰ্পণাক পাহৰিবলৈ বেছি সময় নোলোৱা। সেই একেই ভাবে তোমাক তললৈ নিছে কামনাই। সম্ভৱতঃ তুমি নাৰীক কোনোদিনে বুজিবলৈ চেষ্টা কৰা নাই। নাৰী কামনাৰ যন্ত্ৰ নহয়, মানুহহে। পামেলাৰ স্বৰ আগৰ দৰেই ধীৰ, গম্ভীৰ আৰু নিশ্চিত। দেহত ক'তো সংকোচ নাই, উত্তেজনা নাই, দ্বিধা নাই। তাই যেন গুৰু আৰু সি শিষ্য।

তাৰ এই কথাবোৰ ভাল নালাগিল। পামেলাৰ মাজত সংযম আছে, কিন্তু সংযমে নাৰী আৰু পুৰুষক একে কৰি পেলায়। ইয়াতকৈ কামনাময়ী নাৰীয়েই বহুত ভাল। পামেলা কৰুণাময়ী। কামনাময়ী নহয়। সি আজি তাইৰ লগত কামনাপূৰ্ণ যৌন সম্পৰ্ক স্থাপন কৰিব খোজে। তাইৰ দেহটো ভালদৰে জানিব খোজে। নহ'লে দুয়োৰে মাজত গভীৰ একাত্মীয়তা নজন্মে। জন্ম সম্ভৱ নহয়। নিজৰ মনক কোনো দিনে কামনাৰপৰা বিচ্ছিন্ন কৰিব পৰা নাই। তাত এটা পূৰ্ণ উপলব্ধি আছে। নৰ-নাৰীৰ মিলন কেৱল গাণিতিক যোগ-বিয়োগ নহয়। কোনো গণনাই তাত ঠাই পাব নালাগে। নিবিড় আত্মাহুতিয়েই এই লক্ষ্য। কিন্তু এই কথা পামেলাই নুবুজে। অৰ্পণায়ো নুবুজিলে। অৱশ্যে তাই ইজন মানুহৰ ওচৰত আত্মাহুতি দিছে বুলি তাৰ ধাৰণা হ'ল। ঈৰ্ষাৰ ভাবে তাক হেঁচা মাৰি ধৰিলে। কিয় এই ঈৰ্ষা? কিবা জানো তাইৰ ওপৰত দাবী আছে তাৰ? একো নাই। একেবাৰে একো নাই। তেনেহ'লে এই ঈৰ্ষাত জানো সত্য নাই? নিশ্চয় আছে। পামেলাক দৈহিকভাৱে পাবলৈ বিচৰাত জানো সত্য নাই? যৌনক্ৰিয়াৰ সেয়ে সত্য। সামাজিক

বন্ধনে এই সত্য দমন কৰিব পাৰে, কিন্তু নোহোৱা কৰিব নোৱাৰে। বিবাহে মানুহৰ যৌন তৃপ্তি সাধন নকৰে। সি এটা আনুষ্ঠানিক মাংগলিক ক্ৰিয়া।

সি এইবাৰ কাতি হৈ শুলে আৰু পামেলাৰ ফালে চাই বিৰক্তিত ক'লে শুনা পামেলা, যৌন কামনা এটা সত্য। নিৰ্ঘাত সত্য। প্ৰাণময় সত্য। বিবাহ তাতকৈ তলৰ সত্য।

পামেলাই অবাক হৈ অনাথলৈ চাই ৰ'ল। তাই সুধিলে, এইটোৱেই মোৰ কথাৰ শেষ উত্তৰ নেকি ?

শেষ নহয়, প্ৰথম।

পামেলাই হুমুনিয়াহ ছাৰি ক'লে, তুমি যে এনেকুৱা অনাচাৰক সত্য বুলি ধৰিব্বা তাক মই কল্পনাই কৰিব পৰা নাছিলোঁ।—তাই ৰ'ল। তাৰ পিচত ক'লে, ইয়াৰ পৰিণাম কি জানানে ?

পৰিণামৰ কথা ভবা নাই। তুমি যেতিয়া মন কৰা নাই, তোমাৰপৰা মই একো দাবী নকৰোঁ। কিন্তু তুমিও নিজকে ফাঁকি দিছা। সত্যক স্বীকাৰ কৰিব পৰা নাই।—অনাথ উঠি বহিল। তাৰ পিচত পামেলাৰ হাত এখন নিজৰ হাতত লৈ ক'লে, তুমি ইমান প্ৰাচীন !

পামেলাই হাঁহি উত্তৰ দিলে, তুমি ইমান আদিম !

পামেলাই অনাথৰ হাতখনৰপৰা নিজৰ হাতখন এৰুৱাই নানিলে, কিন্তু অলপ ৰৈ লাহে লাহে ক'লে, তুমি যেতিয়ালৈকে ইমান আদিম হৈ থাকা, তেতিয়ালৈকে মোৰ সংকোচ নাযাব। বিয়া হ'লেও মোৰ এই ভয় থাকি যাব। পশুৰ লগত একেলগে থকা টান হৈ পৰিব।

পামেলাৰ কথাত অনাথে অপমানিত বোধ কৰিলে। সি পামেলাক কাষলৈ টানি আনিবৰ চেষ্টা কৰিলে, কিন্তু সেই চেষ্টা ব্যৰ্থ হ'লত বিৰক্তিত সি ক'লে, তুমি নো পশুক বিয়া নকৰাই কোন দেৱতাক বিয়া কৰোৱা দেখিম নহয়।

ছিঃ, তুমি কিবোৰ যে কোৱা! কিন্তু মৰো দৃঢ়প্ৰতিজ্ঞ। দম্পতিৰ মাজত বিশ্বস্ততাৰ অবিহনে বিবাহ পতা অৰ্থহীন। এই কথা তুমি ভাবা। মোক পুৱা উত্তৰ দিলেও হ'ব। মনে-প্ৰাণে তুমি মোৰ হ'ব লাগিব। আৰু কোনো নাৰী তাত থাকিব নোৱাৰে।—এই কথা কৈ পামেলা উঠি গ'ল।

তাই গৈ এটা ট্ৰাংক খুলি এখন তোচক উলিয়ালে; সেই তোচকখন মজিয়াত পাৰি লাইটটো নুমাই সাউতকৰে শুই পৰিল।

অনাথে পামেলাৰ এই মূৰ্তি দেখি বিচূৰ্তি হ'ল। অন্ধকাৰৰ মাজত তাৰ ক'বলৈও সাহ নহ'ল—পামেলা, উঠি আহা, মোৰ লগত শোৱাহি।—জিভা জড় হৈ গ'ল। গোটেই দেহটো থৰ লাগিল। চৌকাষৰ আন্ধাৰলৈ চাই তাৰ প্ৰাণত দুৰ্বহ বেদনা জাগিল। সি এটা যেন ঘৃণিত অৱহেলিত অৰ্থহীন মানুহ এনে ভাব হ'ল।

## আঠ

পামেলাক ৰেলত উঠাই থৈ আহি অনাথ মুকলিমূৰীয়া হ'ল। সি নিজৰ হোটেল পালেহি আৰু লগে লগে নিজৰ টেপোলা-টুপলি সামৰি যাবলৈ সাজু হ'ল।

তেনেতে হঠাতে ফোন বাজি উঠিল। ফোনটো কাণত লৈ সি সুধিলে,—কোনে কৈছে ?

সিফালৰপৰা উত্তৰ দিলে,—মই অৰ্পণা। এটা খবৰ আছে। আজি প্লেন নাযায়। মই এৰোড্ৰোমৰপৰা উভতি যাবলৈ ওলাইছোঁ। আপুনি হোটেলতে আছে নহয় ? মোলৈও এটা ছীট উলিয়াওক। আজি থাকিবই লাগিব।

কিয় ? আপোনাৰ বন্ধু নাই নেকি ?

নাই, তেওঁ পুৱাই গুচি যোৱাৰ কথা। পামেলা আছে নে গ'ল ? তাই মোলৈ আৰু ফোন এটাও নকৰিলে।

পামেলা গ'ল। আপুনি আহক। তেতিয়া কথা পাতিম।

ফোনটো থৈ দি অনাথে মেনেজাৰৰ ওচৰলৈ গ'ল আৰু এটা ছীটৰ যোগাৰ কৰি আহিলগৈ। তাৰ পিচত সি বিচনাখন খুলি যেনেকৈ আছিল তেনেকৈ দীঘল দি যোৱা ৰাতিৰ কথাবোৰ পাগুলিবলৈ ধৰিলে। গোটেই ঘটনাটো যেন এটা ভ্ৰান্তিহে !

ওৰে ৰাতিৰ যন্ত্ৰণাত দেহটো অৱশ হৈ গৈছিল। শেহত সেই যন্ত্ৰণাই কামনাৰ ভোক কমাই দিলে। পামেলা কিন্তু নিশ্চিন্ত মনে মাটিত টোপনি গৈছিল। মাজে মাজে টোপনিতে ঘোৰ ঘোৰাইছিল। দেহটো সম্পূৰ্ণৰূপে পাটীত এৰি দিছিল। এগৰাকী মাইকী মানুহৰ লগত এৰাতি একেলগে কটোৱাটো যে কিমান যন্ত্ৰণাদায়ক তাক সি এই প্ৰথম উপলব্ধি কৰিলে। এবাৰ মাজতে বাথৰূমলৈ যাওঁতে সি পোহৰত পামেলাৰ শায়িত দেহটি দেখিছিল। হাত দুখনেৰে বুকুখন ঢাকি থৈছে। কোনো যন্ত্ৰণাৰ চিন নাই দেহাত। এটা বিমল শান্ত স্নেহৰ মূৰ্তি।

পাটীত পৰি বহুত সময়লৈকে সি নিজৰ কথা ভাবিলে। অন্ধ ভিক্ষাৰীৰ দৰে সুন্দৰী নাৰীৰ দ্বাৰে দ্বাৰে সি দেহ ভিক্ষা কৰিছে।

তাৰ একমাত্ৰ লক্ষ্য ভোগ। এই প্ৰবৃত্তি পাশৱিক, কিন্তু মানৱিক। পামেলাৰ সংযম অস্বাভাৱিক। তাই নাৰীৰ স্বাভাৱিক যৌন কামনাক দমাই ৰাখি শুকান পৰিচৰ্যাকে বিবাহৰ পূৰ্বৰ প্ৰেম বুলি গণ্য কৰিছে। এইদৰে দেহটোৰ শুচিতা ৰক্ষা কৰি তাই যৌন প্ৰবৃত্তিৰ স্বাভাৱিক স্ফুৰণ বন্ধ ৰাখিছে। এই সতৰ্কতা তাইৰ মতে নৈতিক। কিন্তু যি নীতিয়ে যৌন প্ৰবৃত্তিক ইমান সংকুচিত কৰি নৰ-নাৰীৰ মুক্ত স্বাভাৱিক মিলনত বাধা প্ৰদান কৰে, সেই নীতি পচা নীতি। এই নীতি অমান্য নকৰিলে সুস্থ যৌন জীৱন যাপন কৰা অসম্ভৱ। পামেলাই কিন্তু এই ভাব সমৰ্থন নকৰে। তাই কৈ দিছে, অৰ্পণাক সি একেবাৰে মনৰপৰা বিসৰ্জন দিব আৰু এই নিৰ্বিচাৰ যৌন তৃষ্ণা সংযত কৰিব লাগিব। তাইৰ এই দাবী সি পূৰণ কৰিবই লাগিব।

কিছু সময় সেইদৰে গ'ল। তাৰ পিচত অনাথৰ টোপনি গ'ল। দুৱাৰ খিড়িকী সকলো খোলা আছিল।

অৰ্পণা আহি যেতিয়া তাৰ কোঠা পালেহি, তেতিয়া তাই অবাক হৈ গ'ল। হোটেলত এইদৰে দুৱাৰ-খিড়িকী খুলি টোপনি যোৱাৰ সাহস সকলোৰে নাই। তাই তাক জগায়ো নিদিলে।

হোটেলৰ মেনেজাৰে তাইক কোঠা আজৰাই দিওঁতে বেলি হ'ব বুলি কোৱাত তাই মাল-বস্তু লৈ এইখিনি ওলালহি। কোঠাটো অনাথৰ দাঁতিৰটোৱেই হ'ব। ৰুমটো কোনোবাই চাফা কৰি আছে। চাফা কৰিলেই তাই তাত সোমাবগৈ। গতিকে তাই অনাথক নজগালে। মেজত পৰি থকা 'স্পেন' আলোচনীখন হাতত লৈ পঢ়িবলৈ ল'লে। মহাকাশ যাত্ৰীসকলে জোনৰপৰা পঠিউৱা কিছুমান ছবি তাত আছিল। চন্দ্ৰপৃষ্ঠৰ বিৰাট গহ্বৰবোৰ ক'লা হৈ জিলিকিছিল। ছবিবোৰতকৈ চন্দ্ৰ জয়ৰ অভিনৱ ঘটনাটোৱেহে তাইক বেছিকৈ অভিভূত কৰিলে। মানুহেঁ চন্দ্ৰ জয় কৰিব পাৰে, কিন্তু সহজে ডাইভোৰ্চ কৰিব নোৱাৰে। নহ'লে জীৱনে কিয় ইমান বিহ্বল হৈ পৰি কথাটো ক'লে? এই কিদিনত তাই যি অভিনৱ সুখ উপলব্ধি কৰিলে, সেই সুখে জীৱনক একান্তভাৱে পোৱাৰ ভাবো বঢ়াই তুলিছে। অথচ জীৱন সম্পূৰ্ণৰূপে নিৰ্বিকাৰ।

দহ বছৰৰ আগতে যেতিয়া তেওঁক পোনপ্ৰথম লগ পায় তেওঁলোকৰ পাটনাৰ ঘৰত, তেতিয়াই জীৱনৰ লগত ঘৈণীয়েকৰ বিচ্ছেদ সম্পূৰ্ণ হয়। তাৰ পিচত তেওঁ ঘৈণীয়েকৰপৰা আইনসম্মতভাৱে আঁতৰি আছে। তেতিয়াৰেপৰা মনৰ দিগন্তত কেৱল তাইৰেই মূৰ্তি বিদ্যমান। এইবিষয়ে বিন্দুমাত্ৰও সন্দেহ নাই অৰ্পণাৰ। কিন্তু কিয় তেওঁ আগৰ গৰাকী ঘৈণীয়েকক এৰি অৰ্পণাক গ্ৰহণ কৰিব নোৱাৰে তাক তাই ক'ব নোৱাৰে। প্ৰাণ মন দেহ সঁপি দি ভালপোৱাৰ পৰিণাম যদি এয়ে হয়, তেন্তে হয় ক'ব লাগিব বিবাহৰ লগত প্ৰেমৰ সম্বন্ধ নাই, নহয় ক'ব লাগিব মানুহৰ প্ৰেমৰ ভিতৰত এটা বিৰাট ফাঁকি আছে। ফাঁকি নহয়। তাইৰ বুকুখন কঁপি উঠিল। প্ৰেমৰ মাজত সত্য আছে। এই সত্য উলাই কৰিব নোৱাৰি। জীৱনে সদায় কয়, বিবাহ হলেই

প্ৰেমৰ মৃত্যু ঘটিব। মুক্ত প্ৰণয়েই ভাল। কিন্তু এই কথা তাই মানি ল'ব নোৱাৰিলে। নাৰীৰ আন এটা কামনা আছে, সন্তান লাভ। সেই আশা জীৱনে পূৰ্ণ কৰিব পৰা নাই। অবিবাহিত অৱস্থাতো সেই কামনা পূৰ্ণ কৰিব পাৰে। কিন্তু তেনে ধৰণেৰে সন্তান জন্ম দিলে সেই সন্তান হ'ব জৈহৰা, তাই হ'ব ব্যাভিচাৰিণী। তেনে কৰা কোনোৰকমে সম্ভৱ নহয়। অথচ জীৱনে বিয়াৰ কথা শুনিবই নোখোজে। তাই নিৰাশ হৈ উলটি যাবলৈ ওলাইছে। এই গভীৰ ব্যৰ্থতাৰ কথা তাই কাৰো আগতে প্ৰকাশ কৰিব পৰা নাই। অথচ পাত্ৰ কোনো নাই।

কিছুপৰৰ মূৰত ৰুমটো খালি হ'ল, আৰু অৰ্পণা তালৈ উঠি গ'ল। যাওঁতে হোটেল বয়টোক ক'লে, বাবু শুই উঠিলে তাই অহা খবৰ দিবলৈ। বিশেষ একো বতৰা দিয়া তাই প্ৰয়োজন বোধ নকৰিলে।

অনাথ শুই উঠোতে উঠোতে বাৰ বাজিল। যেতিয়া বয়টোৱে অৰ্পণা অহাৰ কথা ক'লে, তেতিয়া সি মুখ হাত ধুই ভালদৰে আছুঁত মুখখন চাই ল'লে। তাৰ পিচত লাহে লাহে গৈ অৰ্পণাৰ কোঠা ওলালগৈ।

অৰ্পণাই বিচনাত দীঘল দি কিবা ভাবি আছিল। অনাথক দেখি তাই উঠাৰো প্ৰয়োজন বোধ নকৰিলে। অনাথ নিজেই এখন চকীত বহিল আৰু ভাবিলে, এওঁ অৰ্পণা নহয়, যেন কোনোবা ভাস্কৰৰ নৱনিৰ্মিত মূৰ্তি। তাইৰ গাত এখন পাতল ফুটফুটীয়া বঙচুৱা চিক্কৰ শাৰী। হাত দুখন ওভোতাই মূৰৰ তলত পাতি থৈছে, সেই কেইখনো তুলি অনাৰ প্ৰয়োজন বোধ নকৰিলে। বুকুৰ বন্ধনীৰ উঠা নমা স্পষ্টকৈ দেখা গৈছে। আৰু দেখা গৈছে ব্লাউজৰ তলৰ আৰু ক'কালৰ ওপৰৰ বগা তেজাল মঙহাল মধ্যদেশ। লাজ তাই জয় কৰিছে। পৰুষৰ ওচৰত নাৰীৰ সাধাৰণ সংকোচো তাইৰ নাই। নিশংকিনী। বহুতদূৰ পামেলাৰ লগত একে।

বিচনাৰ কাষতে সি অঁকা ঘৰৰ ছবিৰ কাগজখন ফলা অৱস্থাত আছিল।

সি সুধিলে, সেইখন ফালি পেলালে যে ?

অৰ্পণাই নিৰ্বিকাৰভাৱে ক'লে, নাই, তাৰ আৰু প্ৰয়োজন নাই।

কিয় ?

অৰ্পণাই সুধিলে, শুনিব খোজে নেকি ?

অনাথে ক'লে, অঁ।

অকল কৌতুহলৰ খাতিৰত নে সঁচাসঁচিকৈয়ে প্ৰয়োজনত ?

অৰ্পণাই অনাথৰ ফালে কেৰাহীকৈ ঘূৰি চালে।

এইবোৰ প্ৰশ্ন কৰিবৰ প্ৰবৃত্তি হৈছে যেতিয়া মনত সন্দেহ আছে। নোকোৱাই ভাল।—অনাথৰ মুখত অভিমান ফুটি উঠিল।

অৰ্পণাৰ হাঁহি উঠিল, তাই সহজভাৱে ক'লে, সৰু দাদাক মনত আছে নে ?

অঁ। এতিয়া ক'ত আছে ?

কাশ্মীৰত। কি কৰিছে তাক কোৱাৰ দৰকাৰ নাই। কিন্তু আপোনাক তাৰ দৰে লাগিছে।

সঁচাকৈ ?

অঁ।

তেনেহ'লে মোক কোৱাত আপত্তি কি ? কওক !

মোক তুমি বুলিবা ?

ক'ব লাগিব যদি ক'ম।

নহয়, অনুভৱ কৰিলে ক'বা। এনেয়ে নালাগে। কষ্ট হ'ব নহয় ? —মুখ টিপি অৰ্পণাই ক'লে।

কষ্ট কিয় হ'ব ?—অনাথে অস্বস্তি বোধ কৰি সুধিলে।

তোমাক প্ৰথমদিনাই চিনি পেলাইছোঁ। নাৰীৰ সংস্পৰ্শলৈ অহা বোধহয় বেছিদিন হোৱা নাই ?

হ'ব পাৰে। কিয় সুধিলা ?—অনাথে সুধিলে।

তোমাৰ সদায় নাৰীৰ মাংসৰ ওপৰত চকু। কিন্তু মাংসৰ তলত তাইৰ এটা মন আছে, তাৰ তলত এখন হৃদয় আছে আৰু তাৰো তলত আছে সেই মনুষ্যত্ব। বুজিছা ?—অৰ্পণাই ক'লে।

এইবোৰ বক্তৃতা দিবলৈ আৰু শ্ৰোতা নাপালা ?—অনাথে ক্ষুন্ন হৈ ক'লে।

অৰ্পণাই ক'লে, নাই, বক্তৃতা দিয়াৰ প্ৰবৃত্তি নাই। কিন্তু তোমাৰ অজ্ঞতা দেখি জ্ঞান দিবৰ মন গৈছে। শুনা, এইদৰে নাৰীক সকলো ক্ষণতে চাব নাপায়।

অনাথৰ চকু মুখ ৰঙা পৰি গ'ল। তাৰ পিচত সি উঠি যাবলৈ প্ৰস্তুত হ'ল। অৰ্পণাই তাক থাকিবলৈ নক'লে, মাথোন মিচিক মিচিক হাঁহিবলৈ ধৰিলে। অনাথ যাব নোৱাৰিলে। তাই ঠিকেই ধৰিছে, তাৰ দেহত কামনাৰ উত্তেজনা হৈছে। অৰ্পণাৰ দেহাই তাক সততে আকৰ্ষণ কৰিছে। সি আকৌ বহিল। অৰ্পণাই হাঁহি ক'লে, চোৱা তোমাৰ এই শাৰীৰিক কামনাই তোমাৰ মনৰ ভাৰসাম্য ভাঙি দিছে। তুমি যাওঁ বুলিও যাব নোৱাৰা, কৰোঁ বুলিও একো কৰিব নোৱাৰা।—তাই ৰ'ল। তাৰপিচত হুমুনিয়াহ ছাৰি ক'লে, যদি নাৰীক পাব খুজিছা আগতে নাৰীৰ হৃদয়ৰ গভীৰত প্ৰবেশ কৰি চোৱা। এতিয়াও সেই শক্তি তোমাৰ হোৱা নাই।

অনাথে বেছিপৰ এই বক্তৃতা শুনি থাকিব নোৱাৰিলে। সি ক'লে, নাই, দেহত নোসোমোৱাকৈ হৃদয়ত সোমোৱা সম্ভৱ নহয়।

অৰ্পণাই ক'লে, চোৱা অনাথ, হৃদয়ত নোসোমালেও দেহত সোমোৱা সম্ভৱ।—তাই ৰ'ল।—দেহক বাদ দি কোনোদিনেই মই হৃদয়ক চোৱা নাই। দুইটা অবিচ্ছেদ্য।—তাই উশাহ সলাই ক'লে, দুইটাকে বেলেগে চালে ভুল হয়। তুমি অন্ধ।

অনাথে এটা চিগাৰেট জ্বলালে। কামনাৰ উত্তেজনা লাহে লাহে এটা যন্ত্ৰণাত পৰিণত হ'ল, আৰু লাহে লাহে তাৰ ভাব হ'ল কামনাই তাৰ সমগ্ৰ পৌৰুষক লঘু কৰি পেলাইছে। অসংগত ভিক্ষা বিচাৰি ভিক্ষাৰীয়ে দাতাৰ মৃদু তিৰস্কাৰ খোৱাৰ পিচত লাঞ্ছনাত লঘু হ'লে যেনেকৈ হীনমন্যতাৰ ভাবত অস্থিৰ হয়, তেনেকৈ সি অস্থিৰ হ'ল। তাৰ ধাৰণা হ'ল তাৰ এটা ডাঙৰ বঞ্চনা হৈছে। প্ৰথমতে পামেলাৰ ওচৰত আৰু দ্বিতীয়তে অৰ্পণাৰ ওচৰত। প্ৰাপ্য বস্তু পোৱাৰপৰা বঞ্চিত হ'লে মানুহৰ যি ন্যায়সংগত খং উঠে, ই সেই খং নহয়। পামেলা আৰু অৰ্পণা দুয়ো পৰ্ণকুটীৰৰ সীতা। মাজত এডাল ব্যৱধান-ৰেখা। সিফালে ৰাৱণৰ দৰে সি থিয় হৈ আছে। অক্ষম ৰাৱণ। সীতাৰ কাহিনী এটি উপকথা মাথোন। সেই সতীত্বৰ আদৰ্শ কবিৰ উদ্ভট কল্পনাৰ বাহিৰে আন একো নহয়। এনে তিৰোতা ক'তো নাই।

অৰ্পণাই এইবাৰ সুধিলে, এইদৰেই বহি থাকিবানে নে মোৰ কথা শুনিবা?—অৰ্পণা ৰ'ল। তাৰ পিচত ক'লে, কোনো আপোন মানুহ কাষত নাই। তোমাক পাইছোঁ। কিন্তু মোৰ কাহিনী শুনাৰ আচল পাত্ৰ হয় নে নহয় সেইবিষয়ে মোৰ সন্দেহ আছে। তোমাৰ আৰু মোৰ মাজত একমাত্ৰ সম্পৰ্ক হ'ব পাৰে বন্ধুৰ, অথবা মনে পতা ককাইৰ। কিন্তু তাৰ মাজত বাধা হৈ আছে সেই জঘন্য পাশৱিক কামনা। সেই কাৰণে কওঁ নে নকওঁ ভাবিছোঁ।

অনাথে অৰ্পণাৰ কথাৰ ভিতৰত সোমাবলৈ যত্ন কৰিলে কিন্তু নোৱাৰিলে। তাইৰ আৰু তাৰ মাজত বন্ধুত্ব অথবা ককাইৰ সম্পৰ্ক হ'ব পাৰে জানো? যি দেহটোৱে তাক সততে দৈহিকভাৱে আকৰ্ষণ কৰিছে, সেই দেহটো জানো ভনীৰ দেহ বা পুৰুষ বন্ধুৰ দেহৰ দৰে তাই ম্লান কৰিব পাৰে? প্ৰত্যেক ক্ৰিয়াৰে বিপৰীত প্ৰতিক্ৰিয়া হয়। দুটি বিপৰীত-ধৰ্মী দেহৰ মাজত এনে ক্ৰিয়া-প্ৰতিক্ৰিয়া হোৱা স্বাভাৱিকেই নহয়, বাঞ্ছনীয়ও। তাৰ দেহত জগা যৌনক্ষুধাই তাক যিদৰে আকুল কৰি তুলিছে, সেই আকুলতা নিশ্চয় অৰ্পণায়ো অনুভৱ কৰিছে।

আপোনমনে চিগাৰেট হুপি সি খন্তেকপৰলৈ তভক মাৰি ৰ'ল। তাৰ পিচত সি অৰ্পণাৰ একেবাৰে কাষত গৈ ক'লে, বহিব পাৰোঁনে ?

অৰ্পণাই নিৰ্বিকাৰভাৱে ক'লে, বহঁা।

অনাথে আচৰিত হৈ অৰ্পণাৰ মুখৰ ফালে চাই ৰ'ল। তাই খালি মিচিকিয়াই হাঁহিছে। সুন্দৰ শায়িত দেহটিত অপৰূপ হীৰা-মুকুতাৰ মণি জিলমিলাইছে।

অৰ্পণাই আকৌ ক'লে, বহাঁ। এই পচা দেহটোত চাবলৈ কি আছে ? শক্তি আছে যদি আৰু গভীৰলৈ চোৱা। কান্দোন শুনিবলৈ পাবা। বহাঁ। গাত গা লগাই বহাঁ। হিন্দুৰ শাস্ত্ৰ বা সংস্কাৰৰ বাৰণ মই কোনোদিনে মনা নাই। সহজ জ্ঞানৰ বলেৰে বুজিছোঁ, এই সংস্কাৰৰ কাৰণেই পুৰুষ আৰু নাৰীয়ে উভয়ে উভয়ৰ দেহৰ প্ৰতি এটি অকাৰণ মোহ ৰাখে। এই মোহ দুদিনতে শেষ হয়। তাৰ পিচত ইজনে সিজনক বুজিবলৈ চেষ্টা কৰে। কিন্তু তেতিয়া বহুত পলম হৈ যায়।

অনাথে যেন কোনোবা যোগী অথবা প্ৰৌঢ়ৰ কথাহে শুনিছে। অৰ্পণাৰ কথাতেই নহয়, ব্যৱহাৰতো বিন্দুমাত্ৰ উত্তেজনা পৰিলক্ষিত নহ'ল। সি বুজি পালে, অৰ্পণাৰ দেহ আৰু মনৰ ওপৰত সি বিন্দুমাত্ৰও প্ৰভাৱ পেলাব পৰা নাই। পৰাজয়ৰ বিষণ্ণ অনুভূতিয়ে তাক পীড়ন কৰাৰ লগে লগে তাৰ উতলি অহা কামনা চেঁচা পৰিবলৈ ধৰিলে। সি অৰ্পণাৰ কাষত নবহি আকৌ উভতি নিজৰ চকীলৈ আহিল।

অৰ্পণাই ক'লে, অশোক বনত ৰাৱণ কেনেকৈ সীতাৰ ওচৰৰপৰা উভতি গৈছিল মনত আছে ?

অনাথে তলমূৰকৈ ক'লে, আছে।

অৰ্পণাই ক'লে, কবিসকলে নাৰীবো তেনে বিপৰ্যয় হোৱাৰ চিত্ৰ দাঙিছে।

সুৰ্পণখাৰ কথা কৈছা নেকি ?

অনাথে হাঁহিবলৈ ধৰিলে। সি চিগাৰেটটো মজিয়াত পেলাই দিলে।

অৰ্পণাই ক'লে, চোৱা, নাৰীৰ দুটা মূৰ্তি আছে। এটা ৰাক্ষসিনীৰ আৰু আনটো মোহিনীৰ। সুৰ্পণখাৰ মাজত দুয়োটা মূৰ্তিয়েই আছে। কোনোটাৰেই ৰাঘৱক টলাব নোৱাৰিলে। কিয় ? ক্ষুধাত আৰু ৰূপত একো নাই।

অনাথে ঠাট্টা কৰি সুধিলে, তেনে'হলে কিহত আছে ? আকাশত আছে নেকি আচল সত্য ?

আকাশত কিয় থাকিব ?

তেনে ?

কথাত, আদান-প্ৰদানত, সহানুভূতিত আৰু আনুগত্যত।

অনাথে ক'লে, মই যাওঁ। বক্তৃতা শুনিবলৈ মোৰ সময় নাই।

অৰ্পণাই হাঁহিলে, চোৱা, তোমাকে ধৰি ৰাখিব মই খোজা নাই। সৰুৰেপৰা সৰু দাদা আৰু তুমি একেলগে উঠিছা। তোমাক সৰু দাদাই যেন লাগে। বহুত দিন হ'ল ঘৰৰ লগত কাজিয়া কৰি গুচি আহি অনাই বনাই ঘূৰি ফুৰিছোঁ! সৰু দাদালৈ মনত পৰে। তাৰ আগত মনৰ কথা খুলি কব পাৰোঁ। কিন্তু তোমাৰ ওপৰত এতিয়াও বিশ্বাস হোৱা নাই। যদি যাব খুজিছা যোৱা। জীৱনত কাকো ধৰি ৰখা নাই, আজিও নাৰাখো। কিন্তু কোনোবা যদি মোৰ জীৱনলৈ আহিব খোজে তেন্তে সম্পূৰ্ণৰূপে মোৰ চৰ্তত আহিব লাগিব।

অনাথৰ অসহ্য হ'ল। সি ক'লে, তেনেহ'লে মই যাওঁ।

অপর্ণাই হাঁহি ক'লে, যদি প্ৰয়োজন বোধ কৰা আহিবা। মোৰ বহুত কথা ক'ব লগা আছে। কাকো খুলি ক'ব পৰা নাই। তুমি যদি দাদাৰ বা বন্ধুৰ ভূমিকা লব খোজা আহিবা।

নাই, সেই প্ৰয়োজন নহ'ব সতকাই।

হ'ব পাৰে—অপর্ণাই শুই শুয়েই ক'লে।

তাই নির্বিকাৰ হৈ ৰ'ল।

অনাথ ওলাই আহিল।

এইজনী অপর্ণা বেলেগ।

কালি ৰেস্তোৰাঁত দেখা অপর্ণা নহয়।

ন

অনাথে বৰ্মত সোমাই দুৱাৰ বন্ধ কৰি দিলে। কোনো দিনে এনে বিষাদৰ আৰু পৰাজয়ৰ ভাবে তাক পীড়ন কৰা নাছিল। তাৰ ভাব হ'ল তাৰ ব্যৱহাৰত কিবা এটা খুঁত হৈছে। কিন্তু এই খুঁত স্বভাৱবো হ'ব পাৰে।

কামনা বস্তুটো কি ?

ই এটা শক্তি। কিন্তু যান্ত্ৰিক শক্তি নহয়। নৰ-নাৰীৰ কামনা স্থান-কাল-পাত্ৰৰ প্ৰতি উদাসীন এটি পাৰ্শৱিক আনন্দৰ শক্তি নহয়। এই কথাকে পামেলা আৰু অৰ্পণা দুয়ো তাক বুজাবলৈ চেষ্টা কৰিছে। পামেলাই তাক চৰ্ত বান্ধি দিছে কি চৰ্তত স্বামী হ'ব পাৰিব। আৰু অৰ্পণাই তাক কৈ দিছে কি চৰ্তত তাই বন্ধুত্ব বা মনেপতা ভ্ৰাতৃত্ব লাভ কৰিব।

এই চৰ্ত পালন কৰিবলৈ হ'লৈ সি তাৰ কামনা সংযত কৰিব লাগিব, এই কথা স্পষ্ট হৈ পৰিল। এই সংযম নহ'লে সি স্বামীও হ'ব নোৱাৰে, বন্ধুও হ'ব নোৱাৰে। এইদৰে প্ৰবৃত্তিক সি কোনো দিনে সংযম কৰাৰ কথা ভবা নাছিল।

হঠাতে এটা কথা মনত পৰি তাৰ কাণ-মুৰ গৰম হৈ গ'ল। পঢ়াকালৰ আৰু চাকৰিকালৰ নলেগলে লগা এজন বন্ধুৰ কথা মনত পৰিল।

কলেজ হোষ্টেলত থাকোতে অবিনাশ দত্তৰ লগত তাৰ বিশেষ বন্ধুত্ব হৈছিল। স্বাধীনতাৰ পিচত ন ধনী হোৱা পৰিয়ালৰ ল'ৰা।

প্ৰচুৰ ধনৰ গৰাকী। তাৰ ওচৰতে পোনপ্ৰথম নাৰীৰ যৌনাকৰ্ষণৰ কথা ভাবিবলৈ শিকিছিল। বাপেকৰ বিবাহিতা স্ত্ৰী আছিল। কিন্তু বিবাহতেই সন্তুষ্ট নাথাকি অন্য সুন্দৰী তিৰোতাৰো সৌন্দৰ্য আৰু দেহ উপভোগ কৰিছিল।

এই দৃশ্য প্ৰথমতে তাৰ বিসদৃশ লাগিছিল, কিন্তু লাহে লাহে যেতিয়া বন্ধুৰ নিজৰ যৌন জীৱনৰ খেলিমেলিবোৰ তাৰ চকুত পৰিল তেতিয়া তাৰ চকুত ভাহি উঠিল প্ৰবৃত্তি আৰু কামনাৰ জগত। সেইজনা বন্ধুৰ লগত পৰি দুবাৰ বেশ্যালয়লৈও গৈছিল। কিন্তু দুয়োবাৰেই অনাথ উভতি আহিছিল। তাৰ অক্ষমতাৰ সেই কাহিনী অকল সিয়েই জানে। দুয়োবাৰ বেশ্যাকক্ষৰ বন্ধা কোঠাৰ পৰা সি উভতি কিয় আহিবলগা হ'ল সেই কথা মনত পৰিলে তাৰ কাণ-মুৰ ৰঙা পৰি উঠে। তাৰ লাজকুৰীয়া স্বভাৱৰ ফলত মনৰ উদগ্ৰ কামনা বাহিৰত প্ৰকাশ কৰিবলৈ অক্ষম হ'ল।

সেই বন্ধুজনেই তাৰ মনত কামনাৰ এটা ৰূঢ় ৰূপ আঁকি দিলে। আজিও তাৰ সৰু লৰালি যোৱা নাই। বেশ্যাৰ কাষৰপৰা যেনেকৈ ব্যৰ্থকাম হৈ উলটি আহিছিল, ঠিক তেনেকৈ আজি পামেলা আৰু অৰ্পণাৰ কাষৰপৰা উলটি আহিছিল।

অক্ষমতাৰ আত্মগ্লানিত তাৰ সৰ্বাংগ ঘামিবলৈ ধৰিলে। নিজৰ ওপৰত তাৰ ধিক্কাৰ জন্মিল।

নিশ্চয় তাৰ এই মনোভাব ভুল, নহ'লে কিয় চাৰিগৰাকী নাৰীয়ে একাদিক্ৰমে তাক একে ধৰণেৰেই ব্যৱহাৰ কৰিব? বেশ্যা দুজনীৰ মুখত ফুটি উঠা স্নেহ আৰু পুতৌৰ ভাব তাৰ এতিয়াও মনত আছে, তাত প্ৰত্যেক ক্ৰিয়াৰ প্ৰতিক্ৰিয়া হোৱা নিউটনীয় সূত্ৰৰ প্ৰয়োগ নহ'ল। মানুহ বস্তু নহয়, ইয়াত নিউটনীয় সূত্ৰ নাখাটে, ইয়াত মানুহে গঢ়া সমাজৰ সূত্ৰহে খাটে।

সমাজখন কেনেকুৱা তাক জানিবলৈ সুযোগেই পোৱা নাই। দাৰ্জিলিঙৰ যিখন সমাজ তাত তাৰ জীৱনৰ শিপা পোত নাখালে।

ভ্ৰাম্যমান জীৱনত দাৰ্জিলিং, কলিকতা, দিল্লী আৰু গুৱাহাটী এই চাৰিখন চহৰৰ অভিজ্ঞতাই হৈছে। কিন্তু এই চাৰিওখনৰ ক'তো সি সমাজৰ সম্মুখীন হোৱা নাই। নাৰীক সেই বুঢ় কামনাৰ দৃষ্টিৰেই চাই আহিছে। সেই মনোভাব লৈ বন্ধু-বান্ধৱৰ আগত কুৎসিৎ ৰসালাপ কৰিছে। তাৰ চকুত এটা সৰল ধাৰণাই সাধাৰণ হৈ জিলিকি উঠিছিল। অবিনাশে কৈছিল, প্ৰত্যেক নাৰীয়েই পশু। গোপনীয়তা যদি অৱলম্বন কৰিব পাৰে, তেন্তে প্ৰত্যেক নাৰীয়েই যি কোনো পুৰুষৰ লগত কাম সম্ভোগ কৰিবলৈ ইচ্ছুক।

অবিনাশৰ কথা মিছা। ন'হলে কিয় সি এনেকৈ হাতে হাতে প্ৰমাণ পাব? পামেলা আৰু অৰ্পণাৰ সংযম দেখি তাৰ পুৰ্হি থোৱা ধাৰণাটিৰ মৃত্যু ঘটিল। ছিঃ ছিঃ, এই ধৰণৰ সৰু লৰালি কৰি সি কিয় ইমান তললৈ নামিল? গোটেই দেহটাকে সি অস্বীকাৰ কৰিব খুজিলে।

খন্তেকপৰ নিতাল মাৰি পৰি থকাৰ পিচত সি উঠি বাথৰুমলৈ গ'ল আৰু তাতে মুখ-হাত ধুই মনটো জোকাৰি অস্বস্তিকৰ ভাববোৰ সৰুৱাই পেলাবলৈ যত্ন কৰিলে। কিন্তু দেখিলে, বাহিৰলৈ গৈ বাস্তৱ জীৱনৰ সংস্পৰ্শত নাহিলে তাৰ এই চেষ্টা সফল নহ'ব। সি উলটি আহি সাজপাৰ ঠিক কৰি লৈ হোটেলৰপৰা আলিবাটলৈ ওলাই গ'ল।

আলিবাটত অংগ সঞ্চালন হোৱাৰ পিচত তাৰ প্ৰথম অনুভৱ হ'ল পৃথিৱীৰ মুনিহ আৰু তিৰোতাবোৰ কিহৰ দায়ত এনেকৈ ৰ'দে ৰ'দে টলো টলোকৈ ঘূৰি ফুৰিছে। হয়তো জীৱিকা। হয়তো সংস্কৃতি। ইমানদিনে তাৰ ধাৰণা আছিল জীৱিকা আৰু সংস্কৃতি এখন ঢাকনি মাথোন। ঢাকনিৰ তলত নগ্ন পাশবিকতা বৰ্তমান। সেয়েই মানুহ। প্ৰত্যেক পুৰুষেই লিঙ্গ, প্ৰত্যেক নাৰীয়েই যোনি। এয়েই যেন পৃথিৱীৰ আচল বাস্তৱতা। তাতে চৰম সুখ, তাতে

চৰম কামনা, তাতে চৰম সৃষ্টি। মানৱ সৃষ্টিতকৈ অন্য কিবা বস্তু জানো ডাঙৰ হ'ব পাৰে ?

চৌৰংগীৰ ফাললৈ সি কোবাকুবিকৈ খোজ লোৱাৰ লগে লগে তাৰ ধাৰণা হ'ল তেজ সঞ্চালন স্বাভাৱিক হোৱাৰ লগে লগে তাৰ তীব্ৰ যৌন কামনা সংকুচিত হৈ পৰিছে, আৰু এখন উন্নত মানৱ সমাজৰ অভ্যন্তৰত প্ৰৱেশ কৰিবৰ বাবে সি খোজ কাঢ়িছে।

চৌৰংগীত এখন ৰেস্তোৰাঁ দেখি সি তাতে সোমাই পৰিল। এখন মেজত বহিবলৈ লওঁতে অদূৰৰপৰা এজন মানুহে মাত লগালে,— দত্ত, এইফালে আহক।

অনাথে দেখিলে সেই মানুহজন, যিজনৰ লগত অৰ্পণাই এই কেইদিন কটাইছিল। সি তেওঁৰ ওচৰলৈ গৈ সুধিলে, আপুনি গ'ল বুলিতো ক'লে অৰ্পণাই।

মানুহজনৰ জোঙা মুখখনত এটা কমনীয় বিষাদৰ হাঁহি ফুটি উঠিল।—অঁ, গৈছিলোঁৱেই তো। কিন্তু প্লেন অলপ দূৰ যোৱাৰ পিচতে বেয়া হ'ল। উভতি আহিলো। অৰ্পণা আপোনাৰ হোটেলতে আছে ?

যাব নেকি ?—অনাথে সুধিলে।

নাই। আপুনি কিবা খাব নহয় ?

অঁ। ব্ৰেড আৰু অমলেট হ'লেই হব।

বাৰু। ময়েই অৰ্ডাৰ দিওঁ।—এইবুলি অনাথৰ উত্তৰলৈ বাট নাচাই বয়টোক মাতি খোৱাৰ অৰ্ডাৰ দিলে। তাৰ পিচত সহজ হৈ ক'লে,

কালি আপোনাৰ নিযুক্তিৰ কথা ওলাইছিল। মুখাৰ্জী ফাৰ্মৰ ডাইৰেক্টৰে আপোনাৰ কথা কৈছে। কষ্ট কৰিব পাৰিব তো ?

অনাথে হাঁহি ক'লে, দেহক দুঃখ দিয়াৰ অৱস্থা আছে।

নাই, অকল দেহ দিয়েই নহ'ব। মন্দাৰ দিন। বিজিনেচ বৰ বেয়া। মানুহজন ৰ'ল। তাৰ পিচত কলে, তথাপি আপোনাৰ ওপৰত আমি নিৰ্ভৰ কৰিম পাৰিম বুলি ধাৰণা হৈছে।

ধন্যবাদ। অনাথ ৰ'ল, তাঁৰ পিচত সুধিলে, আপোনাৰ নামটো জানিব পাৰোঁ নে ?

জীৱন দাসগুপ্ত।

মানুহজনৰ চকুযুৰি উজ্জ্বল হৈ উঠিল, ৰেমব্ৰেণ্ডৰ আত্মচিত্ৰলিপিত প্ৰকাশ পোৱা চকুহালিৰ দৰে। অৰ্পণাক আকৰ্ষণ কৰিব' পৰা এই দৃষ্টি তাৰ ঈৰ্ষাৰ বিষয়।

সি ভেবা লাগি মানুহজনৰ মুখলৈ চাই ৰোৱা দেখি তেওঁ সুধিলে, কিবা দেখা পাইছে মুখত ?

ওঁহো।—লাজ পাই অনাথে ক'লে, আপোনাৰ চকুহালি বৰ উজ্জ্বল আৰু আকৰ্ষণীয়।

মানুহটোৰ ভিতৰখন তেনে নহয়।

কিয় ?

আপোনাৰ জানি একো লাভ নাই। যি জানিব লাগে তেওঁ জানিছে।

জীৱন দাসগুপ্তৰ মুখত এটা বিষাদৰ ৰেখা ফুটি উঠিল। ঠিক সোঁ গালৰ কুমৰ মাজেদিয়েই। ৰেখাৰ ওপৰ ফালে এটা কুম দেখা গ'ল। মুখখন আগতকৈ কম শুৱনী হৈ পৰিল।

কৌতূহলবশতঃ সি সুধিলে, ভাব হ'ল অৰ্পণাৰ লগত আপোনাৰ সোনকালেই বিয়া হ'ব। মোৰ অনুমান সঁচা নে ?

নাই। ক'ত্তা—বিয়াৰ কথা তো উঠা নাই।

মানুহজন ৰ'ল, তাৰ পিচত চিগাৰেট জ্বলালে। চিগাৰেট এটা অনাথকো দিলে। তাৰ পিচত ক'লে,—লোকৰ জীৱনৰ বিষয়ে এনে কৌতুহল কিয় ?

ৰুক্ষ প্ৰশ্ন। ইয়াৰ যথাযথ উত্তৰ দিয়া অনাথৰ পক্ষে সম্ভৱ নহ'ল। তাৰ পাৰ্শৱিক ব্যৱহাৰৰ ফলত অৰ্পণা আৰু তাৰ মাজত ব্যৱধান ঘটিছে। সি অৰ্পণাক অলপ আগলৈকে যিভাৱে চাইছিল, সেই পাৰ্শৱিক ভাবৰ কথা প্ৰকাশ কৰিবলৈ সি অপাৰগ। জীৱন অবিনাশ নহয়। তেওঁৰ প্ৰতি সি ভিতৰৰ ভিতৰৰ পুহি থকা ঈৰ্ষাৰ কথা কোৱাও তাৰ পক্ষে অসম্ভৱ। সত্য প্ৰকাশৰ ক্ষমতা তাৰ নোহোৱা হ'ল। সি ক'লে, কৌতুহল ন'হব নে ? অৰ্পণাহ'তৰ ঘৰৰ ওচৰতে আমাৰ ঘৰ। তেওঁক জানো তো ?

জীৱনে হাঁহিলে, আপোনাক তেওঁ একো কথা কোৱা নাই ?

অনাথে ক'লে, ক'ব খুজিছিল, কিন্তু মইহে শুনিব খোজা নাই।

কিয় ?

অনাথে ক'লে, বিশেষ একো কাৰণ নাই। মই তেওঁৰ বন্ধু অথবা ভাই একো হ'ব পৰা নাই।

জীৱনে ক'লে, চেষ্টা কৰিলেই পাৰিব। মানুহে নোৱাৰা কাম একো নাই।

অনাথে যেন উপদেশ শুনিছে। তাৰ অসহ্য হ'ল। সি এইবাৰ স্থান-কাল-পাত্ৰ পাহৰি ক'লে, খুব সহজো নহয়। আপোনাক মই এটা কথা সুধিব খোজো।

কি ? সোধক। মই গুৰু নহয়। কিন্তু নাৰী সম্পৰ্কে যথেষ্ট অভিজ্ঞতা আছে।

যৌন আকৰ্ষণ আৰু সম্ভোগ এইবোৰৰ লগত বিবাহৰ কিবা পোনপটীয়া সম্পৰ্ক আছে নেকি ?

মানুহজনে হাঁহি ক'লে, নাই। চিগাৰেট হুপি তেওঁ উত্তৰ দিলে, আপোনাৰ তো বিয়া হোৱা নাই। যদি এই প্রশ্ন কৰিছে, তেন্তে মোৰ উপদেশ দিওঁ। সন্তান কামনাৰ বাবেও বিয়া কৰোৱা উচিত নহয়। বিয়াই নৰ-নাৰীৰ যৌন সম্পৰ্কৰ স্বাভাৱিক ৰূপ প্ৰকাশ নকৰে। বিয়া নকৰাই যদি মুক্ত প্ৰেম গ্ৰহণ কৰে তেতিয়া আচল সম্পৰ্ক গঢ়িব পাৰিব।

অনাথে বিস্ময় প্ৰকাশ কৰি সুধিলে, মুক্ত প্ৰেম মানে মুক্ত কামনা নেকি ?

দাসগুপ্তই ঢেকঢেককৈ হাঁহিবলৈ ধৰিলে। অনাথ লজ্জিত হ'ল। দাসগুপ্তই ক'লে, আপুনি দেখিছোঁ ফুকলীয়া—মানে অপ্ৰাপ্তবয়স্ক হৈ আছে ? বয়স কিমান হ'ল ?

অনাথৰ মুখ আৰু মূৰৰ তেজ গৰম হৈ গ'ল। সি যেন শিশুহে এনেভাৱে কথা কৈছে দাসগুপ্তই। সি লাহে লাহে ক'লে, চৌৱিছ।

সেই কাৰণে। শুনক। মানুহ আৰু পশুৰ যৌন আকৰ্ষণ একে নহয়। এটাত সংস্কৃতি আছে, ইটোত সংস্কৃতি নাই। তাৰ পিচত উত্তেজিত হৈ ক'লে, মই এই কাৰণেই বিয়া বেয়া পাওঁ। ইয়াত অনাহক বন্ধন আছে। ৰুচিৰ, মনৰ, ধ্যান-ধাৰণাৰ এইবোৰৰ অমিল ঘটাৰ পিছত স্বামী আৰু স্ত্ৰী একেলগে থাকিলে জঘন্য পাশৱিক অৱস্থাৰ বিয়া অৰ্থহীন। সন্তান থাকিলে অসুবিধা হয়। সন্তান-কামনা নাথাকিলে প্ৰেম মুক্ত হয়।

অনাথে চিগাৰেটটো লুকাই মেজৰ এদাঁতিত থৈ লাহে লাহে কলে, আপুনি তেনেহ'লে বিয়া কৰোৱা নাই ? বিয়া নকৰায়ো চাগৈ।

নহয়, মই বিয়া কৰাইছোঁ। ল'ৰা দুটাও আছে। কিন্তু আমাৰ বিবাহ বিচ্ছেদ ঘটিছে।

কথা কওঁতে মানুহজনৰ মুখত কোনো উত্তেজনা, সংকোচ আৰু দ্বিধা বোধ নহ'ল।

অনাথে সুধিলে, অৰ্পণাকো তেনে আপুনি বিয়া নকৰায় ?

ওঁহো।

কিয় ?

একো প্ৰয়োজন অনুভৱ কৰা নাই। যি পাইছোঁ তাতে মই সুখী। দাসগুপ্তই উত্তৰ দিলে।

অৰ্পণাৰো এয়ে মত নেকি ?—অনাথৰ কৌতুহল বাঢ়ি গ'ল।

অৰ্পণাৰ মতো প্ৰায় একেই। মাথোন—মানুহজনৰ মুখখন অলপ উজ্জ্বল হৈ উঠিল।

মাথোন কি ?

অৰ্পণাক সোধাই ভাল।

মানুহজন নীৰব হৈ গ'ল।

বয়টোৱে খোৱাবস্তু আনি প্লেটত সজাই থলেহি।

তেওঁ কলে, খাওক। কথা বহুত পতা হ'ল।

# দহ

ৰাতি বহুত পৰলৈকে ঘূৰি-মেলি যেতিয়া অনাথ ৰুমলৈ ঘূৰি আহিল, তেতিয়া বাৰ বাজিছে। দুৱাৰ খোলাৰ শব্দ শুনি পৰিচাৰকজনে আহি ক'লেহি, চাহাব, ১৪নং কোঠাৰ মেমচাহাবে আপোনাৰ খবৰ লৈছিল।

অনাথে সুধিলে, আবেলি ?

ৰুম সোমাই এতিয়া অৰ্পণাক বিচৰা ভাল হ'ব নে নহয় সেই সম্পৰ্কে নিজক নিজে বহুত প্ৰশ্ন কৰিলে। তাৰ ভাগৰ লাগিছিল। ফুৰি ফুৰি সি দেহক পৰিশ্ৰান্ত কৰাৰ উপৰিও মনক শাসন কৰিলে। আৰু নাৰীৰ আগত সি কোনো দুৰ্বলতা নদৰ্শায়। মানুহৰ দৰে সি নিজৰ ব্যৱহাৰ সংযত কৰিব। কিন্তু বিয়াৰ বিষয়ে দাসগুপ্তই কৰা মন্তব্যবোৰৰ মৰ্মাৰ্থ সি উপলব্ধি কৰিব নোৱাৰিলে। বিয়াৰ কথা সি তেনেকৈ নাভাবে। পামেলাক বিয়া কৰালেই যে সি নিজৰ যৌন ধ্যান-ধাৰণাবোৰ অমূলক বুলি ভাবিব এনে হ'ব নোৱাৰে। কথা দিছে যেতিয়া সি বিয়া কৰাবই। কিন্তু তাৰ আগতে অৰ্পণাক মনৰ-পৰা বিসৰ্জন দিবলৈ কৰা অনুৰোধ ৰক্ষা কৰিব পাৰিব নে নোৱাৰে সেই সম্পৰ্কে তাৰ সন্দেহ হ'ল। অৱশ্যে অৰ্পণাই দৈহিক মিলনৰ পথ বন্ধ কৰি দিলে! ভালেই হ'ল। অৰ্পণাক বন্ধু বা ভনী হিচাপে গ্ৰহণ কৰিবলৈও নিজৰ মন প্ৰস্তুত কৰিব পৰা নাই। তাই জানো তাৰ তেজ-মঙহৰ ভনী হ'ব পাৰিব? অথবা পুৰুষ বন্ধুৰ দৰে জানো

ভাই ব্যৱহাৰ কৰিব ? এইবোৰ অস্পষ্ট সম্পৰ্ক গঢ়াৰ ইচ্ছা তাৰ নাই।

কাপোৰ-কানি সলাই সি বিচনাত দীঘল দি ফেনখন খুলি দিলে। কালি ৰাতিৰ দৰে আজি বতাহ-বৰষুণ নাই। ৰুমটোৰ ভিতৰখন উকা। মেজখনত তাৰ চামৰাৰ চুটকেচটো পৰি আছে। ৱাৰ্ডৰোবত অলপ কাপোৰ-কানি আছে। লাইটটো জ্বলাই থোৱাতে থাকিল। ভিতৰৰ চূণবিলাকৰ বগা ৰংবোৰ সাত্ত্বিক চিন্তাৰ দৰেই স্বচ্ছ যেন বোধ হ'ল। টোপনি যাবলৈ চেষ্টা কৰি সি চকু মুদিলে। কি হ'ব। মনৰ পটত ভাহি উঠিল নানা বৰণৰ বিচিত্ৰ কল্পনাৰ চিত্ৰ। নৈতিক নিৰাপত্তাবোধ সহজলব্ধ। কিন্তু প্ৰবৃত্তিগত আবেগ অনুভূতিৰ বিৰুদ্ধে নিৰপত্তা লাভ অসম্ভৱ।

এঘন্টামান তেনেকৈ পৰি থাকি এবাৰ দুৱাৰ খুলি বাহিৰৰ বাৰাণ্ডালৈ ওলাই আহিল। বাৰাণ্ডাৰ ওচৰত এটুকুৰা নিৰ্জন বহা ঠাই আছে। তাৰপৰা ৰাতিৰ কলিকতা দেখা পায়। সেই ঠাইত গৈ উপস্থিত হ'লত সি মন কৰিলে, এখন চকীত কোনোবা এজন বহি আছে। সি উৰ্ভতিৰ খুজিছিল। হঠাতে কোনোবাই মাত লাগালে, মই ভূত নহয় অনাথ, মই অৰ্পণা। আহা—বহাহি।

অনাথ উৰ্ভতি আহি খালি হৈ থকা চকীখনত বহিল অৰ্পণাই ক'লে, ক'লৈ গৈছিলা ? বহুত ৰাতি কৰিলাছোন।

কথাত স্নেহৰ সুৰ।

অনাথে ক'লে, ভ্ৰমণসূচীৰ হিচাপ দিবৰ মন নাই। ভাবিবলৈ যথেষ্ট সময় দৰকাৰ হৈছিল, তাকে ভাবিলোঁ।

হিচাপনো কোনে খুজিছে ? ভবা শেষ হ'ল নে নাই ? অৰ্পণাই হাঁহি সুধিলে।

অনাথে গম্ভীৰভাৱে ক'লে, ভাবিছোঁ পশু প্ৰবৃত্তিক জয় কৰিব লাগিব।

জয় তো কৰিছাই। ইমান চিন্তা কৰিবলগা হ'ল কিয় ? অৰ্পণাই সুধিলে।

অনাথে ক'লে, এতিয়া লুকাই থৈ লাভ নাই। কাৰণ তুমি।

মই ? বাঃ, মই কাৰণ হলোঁ কেনেকৈ ? অৰ্পণাই সুধিলে।

অনাথ ক'লে, তুমি আজি ছমাহ ধৰি জুলুম কৰিছা।

মই ভূত নেকি ?

ভূতেই তো।

এতিয়া জৰা হৈ গ'ল। কোনে জাৰিলে শুনোছোন।—অৰ্পণাই ক'লে।

জীৱন দাসগুপ্তই।—গম্ভীৰ হৈ অনাথে উত্তৰ দিলে, লগে লগে অৰ্পণাৰ মুখলৈ চালে।

অৰ্পণাৰ মুখাবয়বত কোন পৰিবৰ্তন ধৰা নপৰিল। তাই ক'লে তেওঁ হব পায় আজি যাব নোৱাৰিলে।

ওঁহো।

ভালেই হ'ল। বেজ ভালজনকে পালা।

ভূতক নজনা বেজে জৰা হ'লেও লাভ নহ'লহেঁতেন।

ঠিকেই তো। জীৱনে মোক জানে। অকল জানাই নহয়। তেওঁ মোক একেবাৰে মন্ত্ৰমুগ্ধ কৰি ৰাখিছে।

ৰাখিছে ?

অঁ।

দুয়ো খন্তেকপৰ মনে মনে ৰ'ল। তলৰ কলিকতাৰ বহল আলিবাটত চিত্ৰৰ-বাথৰ পাৰ্তলি আহিছে, কিন্তু যানবাহন আৰু মানুহৰ অহা-যোৱা অন্ত পৰা নাই। কোন আহে, কোন যায় তাৰ লেখ কোনে লয় ? কিন্তু এই অহা-যোৱা চোৱাৰ আৰ্কষণ বৰ অদ্ভুত। অৰ্পণাই ক'লে, জীৱনে কি ক'লে কোৱাচোন ?

ক'লে, নিৰ্বিচাৰ যৌন কামনা পাশৱিকতা। আৰু বিয়া অস্বাভাৱিক। মুক্তপ্ৰেমেই নৰ-নাৰীৰ সম্পৰ্কৰ আচল ৰূপ। অনাথে উত্তৰ দিলে।

তেনেহলে ঠিকেই কৈছে। ক'ত দেখা হ'ল।

চৌৰংগীৰ এখন ৰেস্তোৰাঁত।

অৰ্পণাই হঠাতে ক'লে, অঁ, তাতেই প্ৰথম আমাৰ দেখা হৈছিল। মই চাহ খাবলৈ সোমাই ভুলত এটা সোণৰ আঙঠি খুলি থৈ আহিছিলো। বেচাৰাই দৌৰি দৌৰি গৈ আঙঠিটো দিলেগৈ। মই ইমান অভিভূত হ'লো যে তেতিয়াই তেওঁক ঘৰলৈ মাতিলো।

তেনেহ'লে প্ৰথম মুহূৰ্ততে আকৰ্ষণ।

অঁ। প্ৰেম তাতেই। সেই এটা ব্যৱহাৰতেই মোৰ অন্তৰ গলি গ'ল। তাৰ পিচত মানুহজন যেতিয়া আমাৰ দাৰ্জিলিঙৰ ঘৰলৈ আহিল, তেতিয়া আমাৰ ঘৰত যেন মহোৎসৱহে হৈছে এনে লাগিল। আন ইচ্ছা, আন কাম সকলো বন্ধ হৈ গ'ল। তেওঁৰ লগত চাৰিদিন কথা-বতৰা।

সেই কথা-বতৰা—কথা-বতৰা নহয়, যেন পাৰস্পৰিক বুজাবুজি।

কবিতা ভাল পাইছিলো,, তেৰোঁ ভাল পাইছিল। কিন্তু কলেজত পঢ়া প্ৰেমৰ কবিতাৰ অৰ্থ তেতিয়াহে বুজি পালো। মই ছবি আঁকিছিলো, তাৰ তেওঁ নতুন ব্যাখ্যা দিলে। মই সাজ-পাৰ কৰা ধৰণ-কৰণতো এটা নতুন তাৎপৰ্য বিচাৰি পালে। মুঠতে মোৰ চুলি, খোপা, চকু, নাক, হৃদয় সকলোতে তেওঁ মানসিকভাৱে এনেকৈ ৰমণ কৰিবলৈ লাগিল, যেন মই আগৰ মই নহয়, তেওঁৰ কল্পনাৰে সজা ক'ৰবাৰ কোনোবাহে। তেওঁ যেতিয়া গুচি গ'ল তেতিয়া ঘৰৰ বায়ুমণ্ডল যেন শূন্য হৈ পৰিল। মই বুজিলো, এই

মানুহজনে মোৰ মনৰ ওপৰত কি অসামান্য প্ৰভাৱ এৰি থৈ গৈছে।

অনাথে যেন গল্প শুনিছে, তেনে লাগিল। সি ক'লে, তাৰ পিচত ?

তাৰ পিচত ?

অৰ্পণাই চকুহালি মুদি ক'লে, তাৰ পিচত চুম্বকৰ দৰে তেওঁ টানিবলৈ ধৰিলে। তেওঁৰ এষাৰ কথা শুনিবৰ বাবে মই যাব নোৱৰা ঠাই নাছিল। তেওঁৰ এখন চিঠি পাবৰ বাবে মই মাহেক জুৰি তপস্যা কৰিছিলোঁ। তেওঁৰ এখন ছবি পাবৰ বাবে মই বছেৰেক কাকুতি-মিনতি কৰিছিলোঁ।

অনাথে হুমুনিয়াহ ছাৰি ক'লে, তাৰ পিচত ?

—এবাৰ কলিকতালৈ গুচি আহিলোঁ। দেউতা আৰু মা কোনেও ঘুণাক্ষৰেও জানিব নোৱাৰিলে সেই অসতৰ্ক যাত্ৰাৰ কথা। আহি সচৰাচৰ নমাৰ দৰে মামাহঁতৰ তাত নানামি হোটেলত নামিলোঁ। হোটেলৰপৰা গৈ বিচাৰি বিচাৰি উলিয়ালোঁ পৰম প্ৰিয়ক। দেখিলোঁ তেওঁ বিবাহিত। দুটি ল'ৰাৰ বাপেক। কিন্তু তেওঁৰ মনত কোনো যন্ত্ৰণা দেখা নাপালোঁ। মই অহা বাবে তেওঁ যেন আনন্দিত, সুখী আৰু গভীৰভাৱে কৃতজ্ঞ হৈছে এনে ভাব হল। মোৰ লগত সেই এসপ্তাহ কাল অবিৰামভাৱে কথা-বতৰা পাতিলে। কলিকতা চহৰত ঘুৰিলেও যথেষ্ট। কিন্তু সময় যেন পাখিলগা কঁাড়ৰ দৰে পাৰ হ'ল। এসপ্তাহৰ মুৰত আকৌ দাৰ্জিলিঙলৈ উভতিলো। এজন যে বিবাহিতক ভাল পোৱাটো ভুল হ'ল আৰু এখন ঘৰ ভঙাৰ যে অধিকাৰ মোৰ নাই সেই কথা লাহে লাহে স্পষ্ট হৈ আহিলতো মই কিবা দোষ হৈছে বুলি ভাবিব নোৱাৰিলো। মই স্বৰ্গীয় আৰু বিমল সুখ অনুভৱ কৰিবলৈ লাগিলো। আৰু লাহে লাহে বুজি পোৱা হ'লো প্ৰেম কি অভিনৱ, বিপুল আৰু ৰসময়। লাহে লাহে

তাৰ প্ৰকাশ কৰিবলৈ আৰম্ভ কৰিলোঁ চিঠিত। সেই চিঠিবোৰ মই তেওঁলৈ পঠিয়াই থাকোঁ। তাৰ উত্তৰত তেৱোঁ পঠিয়ায় চিঠি। চিঠিলাপ চলি থাকিবলৈ ধৰিলে পূৰা চাৰি বছৰ।

অৰ্পণা ৰ'ল।

তাৰপিচত অনাথৰ ফালে চাই ক'লে তোমাৰ মন জানো কাৰণে এটা প্ৰশ্নৰ উত্তৰ দি থওঁ। ইমান দূৰ্বাৰ আকৰ্ষণ আছিল যদিও আমাৰ মাজত কোনো দৈহিক কামনাৰ তীব্ৰতা প্ৰকাশ পোৱা নাছিল, আৰু আজিও এই আকৰ্ষণ আমাৰ মাজত নাই। অৱশ্যে এটা কথা কব লাগিব। কেতিয়াবা দুয়োৰে প্ৰতি দুৰ্বল হয়তো হৈছোঁ, কিন্তু আমাৰ মাজত ইমান গভীৰ বিশ্বাস আৰু অনুগত্য যে কোনো এজনেও আমি এই বাঙ্ময়, চিন্ময় আৰু আবেগময়ী প্ৰেমক নিশ্চিহ্নকৰিবলৈ নমোৱা নাছিলো। আজিও নমোৱা নাই। আমাৰ মাজৰ এই আকৰ্ষণে আমাক ওচৰ চপাই আনিলেও আমি কোনেও কাৰো দেহ বিচৰা নাছিলোঁ।—আচৰিত লাগিছে, নহয় নে?

অনাথে কলে, চোৱা অৰ্পণা, এই কথা সঁচা হ'ব পাৰে, কিন্তু মোৰ বিন্দু মাত্ৰও বিশ্বাস হোৱা নাই। ই সম্পূৰ্ণৰূপে মানৱ প্ৰকৃতি-বিৰুদ্ধ কথা।

অৰ্পণাই হাঁহিবলৈ ধৰিলে, প্ৰেম যেতিয়া চিনিয়েই পোৱা নাই, তেন্তে এনেদৰে অবিশ্বাস কৰাটো তোমাৰ ভুল হৈছে।

তোমাৰ এই ব্যাখ্যা এই বিশ্বৰ কোনেও গ্ৰহণ নকৰে।—অনাথে দৃঢ়ভাৱে কলে।

নকৰিলেও মোৰ অকণো ক্ষতি নাই। কিন্তু মই নিজে নিজক জানো, সেয়ে জানো যথেষ্ট নহয়?—অৰ্পণাই শান্ত ভাৱে কলে, কিন্তু বয়স হৈ আহিছেমানে সন্তান কামনা বৃদ্ধি পাই আহিছে। কোনে জানে আৰু কিছু দিনৰ মূৰত হয় তো এই কামনা পূৰণ কৰা শক্তি

মোৰ নাইকিয়া হৈ যাব। সন্তান হ'লে এই পুৰুষৰ পৰাই মই সন্তান কামনা কৰোঁ। তাতে এটা অৱশ্যে মহা অসুবিধা আৰম্ভ হ'ল।

কি অসুবিধা। দাসগুপ্তই বিয়া কৰাবলৈ নিবিচাৰে, নহয় জানো?

অঁ। তোমাক তেনে আভাস দিছে। বিয়াত তেওঁৰ আস্থা নাই। এখন বিয়া ভাগিছে তো! মোক কৈছে, চোৱা অৰ্পণা, ভালপোৱাই যদি হয়, তেন্তে ভালেই পাই থাকা। আৰু যদি ভালপোৱাই নহয় বুলি ভাবা, তেন্তে বিনা বিবাহে সন্তান কামনা কৰা।

কি অদ্ভুত!—অনাথে কলে।

সেই কথাটোতে মোৰ অমত। মই কৈছোঁ এনে কাম অসম্ভৱ। ইমান সংস্কাৰমুক্ত মই হ'ব নোৱাৰোঁ।

অৰ্পণা ৰ'ল।

তাৰপিচত বিষণ্ণ কণ্ঠে কলে, ইয়াৰ পিচৰ কথা মই বৰ্ণাব নোৱাৰো। মই জীৱনৰ এটা সংকটপূৰ্ণ পৰিস্থিতিত উপস্থিত হৈছোঁহি। সেই কথা তোমাক নকওঁ। যেতিয়া বন্ধু হ'ব পাৰিবা, বা দাদা হ'ব পাৰিবা তেতিয়া ক'ম।

অৰ্পণ নীৰৱ হৈ গ'ল। অনাথেও একো নেমাতিলে। সি প্ৰথমবাৰলৈ বুজি পালে অৰ্পণা কাৰ, অৰ্পণাৰ প্ৰেম আৰু কামনা কিমান গভীৰ।

হঠাতে তাৰ মনত পৰিল পামেলালৈ।

পামেলায়ো যেন ইয়াতকৈ কম বৈচিত্ৰ্যপূৰ্ণ ভাষাৰে তাক এই কথাকে কব খুজিছিল। প্ৰথমে বিবাহ, তাৰপিচত দৈহিক মিলন।

অৰ্পণাৰো সেয়ে কথা। কিন্তু অৰ্পণাৰ প্ৰেম কিমান ৰোমাঞ্চকৰ আৰু ৰসপূৰ্ণ! তাৰ অন্তৰৰ এখন দুৱাৰ খোল খাই গ'ল।

# এঘাৰ

বহুতো পৰ দুয়ো নিমাতে বহি আছিল। হোটেলৰ শালীনতাৰ সীমা বোধহয় অতিক্ৰম কৰিছিল দুয়ো। অৰ্পণাই হঠাতে কলে, আজি ঘৰলৈ মনত পৰিছে।

অনাথে কলে, তোমাৰ তো ঘৰ আছে দেখি মনত পৰিছে। মোৰ তো কোনো নাই। মাজে মাজে মাৰ কথা মনত পৰে।

অৰ্পণাই সস্নেহেৰে কলে, তুমি ভালেই আছা। মই হে সুখী হোৱা নাই। অলপ বৈ কলে,—সৰু দাদালৈ খুব মনত পৰে।

আকৌ কিছুপৰ নীৰব হ'ল।

নাই, ভাবি একো লাভ নাই। কোনো কাৰো নহয় বুজিছা। মানুহ এতিয়াও পশু হৈ আছে। চকুৰ আঁতৰ হলে মনৰ আঁতৰ হৈ যায়।

অনাথে এইবাৰ অৰ্পণালৈ এক বেলেগ চকুৰে চালে। তাৰ চকু দুটা চলচলীয়া হৈ পৰিল। সি কলে, মোৰ অথনিৰ ব্যৱহাৰৰ বাবে তুমি ক্ষমা কৰিবা দেই ?

ক্ষমা কৰিব লাগে কিয় ? আন পুৰুষে নকৰা কাম তুমি কৰা নাই নহয়।

অৰ্পণা ৰ'ল, তাৰপিচত হুমুনিয়াহ ছাৰি কলে, আৰু এটা ভাব উপজিছে তোমাক দেখি।

কৌতুহলবশতঃ সি সুধিলে, কি ?

মোক তুমি কেতিয়াবা সঁচা বন্ধু হিচাপে গ্ৰহণ কৰিবা? এজন বন্ধুৰ প্ৰয়োজন হৈ পৰিছে— যাৰ লগত ভাবৰ বিনিময় কৰিব পাৰি। —অৰ্পণাই বিগলিত নেত্ৰে তালৈ চাই কলে, পামেলাক যেতিয়া তুমি বিয়া কৰাবা, তেতিয়া এনেয়েও মোৰ বন্ধু হ'বা। কিন্তু আৰু বিশেষভাৱে তুমি বন্ধু হ'ব লাগিব।

অনাথে অলপ ভাবি কলে, ই জানো সম্ভৱপৰ?

কিয়?

অনাথে কষ্টেৰে কলে, পামেলাই কৈছে তোমাক মনৰপৰা বিসৰ্জন দিবলৈ।

তুমি কি কলা?—অৰ্পণাই বিষন্ন মনে সুধিলে।

একো কব পৰা নাই। তোমাকে মই ভালপাওঁ, অৰ্পণা। তাক অস্বীকাৰ কৰি লাভ নাই।—অনাথে কলে।

অৰ্পণাই একো নেমাতিলে। অনাথে কলে, একো নেভাবিবা কিন্তু।

নাই, কিয় ভাবিম? তুমি মানুহে নকৰা কাম তো একো কৰা নাই। কিন্তু মোক তুমি নোপোৱা। মোক ভালপোৱা বাবে মই কৃতজ্ঞ। কাজেই মোক পাহৰি নোযোৱা কিয়?

অনাথে দেখিলে অৰ্পণা এগৰাকী স্নেহৰ প্ৰতিমূৰ্তি হৈ উঠিছে। তাৰ প্ৰতি তাইৰ বেয়া ভাব নাই। প্ৰেমক অধিকাৰী নহ'লেও স্নেহৰ অধিকাৰী সি নিশ্চয় হ'ব পাৰিব।

কিন্তু বন্ধু হোৱাৰ অভিলাষ তাৰ নাই। সি এক কঠিন কাম। আৰু অৰ্পণাক ভনী হিচাপে নো সি কেনেকৈ গ্ৰহণ কৰিব? সৰু দাদাক জানো হ'ব পাৰিব? পামেলা জানো সম্মত হ'ব? এইবিলাক অনিশ্চিত সম্পৰ্ক জানো পামেলাই বুজি পাব? নাইবা সিয়েই জানো বুজাব পাৰিব?

আৰু পাহৰি যোৱা জানো সম্ভৱ অৰ্পণাক?

অৰ্পণাই অনাথক এইবাৰ নীৰৱে লক্ষ্য কৰিলে। হঠাতে তাই কলে, পামেলাক ভয় কৰা, নহয় নে ?

ভয়ৰ প্ৰশ্ন নাই।

তেন্তে কিহৰ ?

পামেলাৰ লগত ঘৰ পতাৰ প্ৰশ্ন। এতিয়া ভাবিছো পামেলাৰ লগত চুক্তিবন্ধ হোৱাটো ভাল হ'ল নে বেয়া হ'ল।

অৰ্পণাই উত্তেজিত হৈ কলে, চোৱা, অনাথ, এইবোৰ কথা ভবা ভুল হৈছে তোমাৰ।—তাৰ্পিচত অনুতপ্ত হৈ কলে, নাই, তুমি মোৰ একো হ'ব নেলাগে। মোক তুমি পাহৰি যোৱা। এতিয়া এই প্ৰসংগ বন্ধ কৰা। আন কথা কোৱা।

আন কথা একো নাই।—অনাথে কলে, মই তোমাকে পাহৰা টান হ'ব।

পাৰিবা। কিয় নোৱাৰিবা।

এইবুলি কৈ অৰ্পণা উঠিল।

উঠা ইমান আচৰিতে হ'ল যে অনাথে তাৰ কোনো কাৰণ বিচাৰি নেপালে।

সি বহি ৰ'ল।

অৰ্পণাক বহিবলৈও অনুৰোধ নকৰিলে।

অৰ্পণা কিছুপৰ থিয় হৈ ৰ'ল। তাৰ্পিচত আকৌ বহিল। তাই কলে, মাৰ বহুত দিন খবৰ পোৱা নাই। মৰিলে যদিও চাগে খবৰ নেপাম। মোক এৰি দিছে জানা! মই হেনো অসচ্চৰিত্ৰা। কেৱল সৰু দাদাই মোক বুজি পাইছিল। কিন্তু সি, এতিয়া কাশ্মীৰত। একো দৰকাৰ নাই। নিজে চলিব পাৰিম। পাৰিম। তোমাৰো সহায় আৱশ্যক নহ'ব। সকলোৱে এৰিলেও মোক ভগবানে নেৰে।

অনাথে সুধিলে, কিয়, জীৱনবাবু ?

অর্পণাই কলে, জীবন বাবুৰ মাজেদিয়েই তো ভগবানক পাইছোঁ।

সঁচাকৈ ?—আচৰিত হৈ অনাথে কলে।

অঁ।

ইমান সহজে ভগবানক বিচৰাৰ কথা অনাথে ভাবিবই পৰা নাছিল। চকুৰ আগৰ ৰাস্তৱতাৰ মাজেদি ভগবানক পোৱা অলপ টানেই নহয়, অভাৱনীয়ও। কিন্তু এতিয়া অর্পণাৰ মনৰ গতি সি উমান পালে। তাই প্ৰেমক কেৱল সংসাৰৰ সীমাতে আবন্ধ ৰাখিব খোজা নাই, তাই তাক আধ্যাত্মিক ৰূপত বিচাৰিছে।

সি কলে, কিন্তু ভগবান জানো আছে ?

অর্পণাই হাঁহিবলৈ ধৰিলে। সেই হাঁহি লাহে লাহে বহল হৈ নিশব্দ ৰাতি শব্দমুখৰ হৈ পৰিল। অনাথে কলে, ইমান নেহাঁহিবা। মানুহ শুইছে।

অর্পণা সংযত হৈ কলে, তুমি চাৰি বা পাঁচ বছৰ বিজ্ঞান পঢ়িয়েই ভগবান নাই বুলি কবলৈ ক'ত সাহস পালা ? বিজ্ঞানৰ এটা চকু কণা। এখন কাণ কলা। ফৰমুলাৰ সিপাৰে বহল জীৱনৰ অস্তিত্ব আছে। বিজ্ঞানে তাক নেদেখেও আৰু নুগমেও। এই দেশত মঠ মন্দিৰ নৈ শিল আকাশ সকলোতে দেৱতাৰ প্ৰাদুৰ্ভাৱ। মই সেইবোৰত ভগবানক নেপালোঁ। য'ত প্ৰেম নাই, ত'ত ভগবান নাই।

অনাথে উত্তৰ দিলে, প্ৰেম কি বস্তু তাক মই বোধহয় নাজানো। কিন্তু মই সত্যৰ সাধনা কৰোঁ। যেতিয়ালৈকে বস্তু এটাৰ স্বৰূপ মই দেখা নাপাওঁ তেতিয়ালৈকে তাক সত্য বুলি গ্ৰহণ কৰিব নোৱাৰোঁ।

কিন্তু দেখিছা নো কিমান ?—ঠাট্টা কৰি অর্পণাই ক'লে, তোমাৰ মন কামনাই অন্ধ কৰি থৈছে। তুমি বি দেখা সেইটোৱেই

একমাত্ৰ সত্য হ'ব নোৱাৰে। আনৰ বৃহৎ সত্যকো তুমি গ্ৰহণ কৰা উচিত। তেতিয়া সত্যৰ পূৰ্ণ ৰূপ দেখা পাবা।

অনাথে এইবাৰ অৰ্পণালৈ সমীহেৰে চালে। মাইকী মানুহ হঠাতে ইমান দাৰ্শনিক হৈ উঠিব পাৰে বুলি তাৰ ধাৰণা নাছিল। দৰ্শন মানে ব্যক্তিগত জীৱন-দৰ্শন। নিজৰ প্ৰত্যেক কামৰে বিচাৰ কৰিব পৰা ক্ষমতা যাৰে-তাৰে নাই। তাৰো নাই। কিন্তু অৰ্পণাৰ শক্তি অদ্ভূত। সি কলে, ভাব হৈছে তুমি নিজৰ প্ৰেমৰ যুক্তিযুক্ততা প্ৰতিপন্ন কৰিবৰ বাবে দৃঢ়পৰিকৰ হৈছা। কিন্তু সমাজে জানো গ্ৰহণ কৰিব পাৰিব ?

সমাজ!—অৰ্পণাই উদ্দীপ্ত কণ্ঠস্বৰে কলে, পঁচা নীতিশাস্ত্ৰৰ গৰালত সোমাই থকা এই সমাজ জানো সমাজ ? ইয়াত ভগবান নাই, দানৱ আছে। এই কাৰণেই ঘৰৰ ওপৰত মোৰ খং। যাৰে তাৰে লগত ছোৱালী বিয়া দি দায় সাৰিব পাৰিলেই সমাজ সন্তুষ্ট হয়। কিন্তু এনেকৈ নহয়। শিক্ষাই যিদিনা জ্ঞাননেত্ৰ খুলি দিলে তেতিয়া দেখা পালো হৃদয়ক কোনেও মূল্য নিদিয়ে। কিয়, হৃদয় জানো আচল জীৱন নহয় ?

অনাথে কলে, নহ'বও পাৰে।

কি ?—অৰ্পণাৰ খং উঠি কলে, ইয়াৰ তুমি ব্যাখ্যা দিব লাগিব। নহ'লে তোমাকো মই সেই সমাজৰ পাণ্ডা সকলৰ শাৰীতে পেলাম। তেওঁলোকে ভাবে অবুজ হোমৰ মন্ত্ৰ মাতি মানুহে মানুহক বলেৰে জীৱন-জোৰা প্ৰেমৰ বান্ধোনত বান্ধি থব পাৰে। ফলত বেছিভাগ বিয়াই হয় কচাইখানা।

কচাইখানা ? অনাথে আচৰিত হৈ সুধিলে।

নহয় নো কি ?

অনাথে হাঁহিবলৈ ধৰিলে। সি উত্তৰ দিলে, সংসাৰত ইমানবোৰ বিয়া হয়, সেইবোৰৰ উদ্দেশ্য নিশ্চয় আছে। বংশ ৰক্ষা।

বাঃ। বংশ ৰক্ষা!—অৰ্পণাৰ ভ্ৰূকুঞ্চিত হৈ পৰিল।

অনাথে কলে, জৈৱিক প্ৰয়োজন বুলি এটা বস্তু আছে। যিটো কাৰণে মানুহে বংশৰক্ষা কৰে। অকল বংশ-ৰক্ষাই নহয়, জৈৱিক প্ৰয়োজন নাথাকিলেও আনন্দ আৰু ভোগৰ কাৰণে নৰ আৰু নাৰী একান্তভাৱে মিলিত হয়। তাত কোনো সামাজিক নীতিধৰ্মৰ প্ৰয়োজন নাই। জন্তুৰ স্বভাৱেই তাত যথেষ্ট।

অৰ্পণাই অবাক হৈ অনাথলৈ চাবলৈ ধৰিলে। কি আচৰিত যুক্তিৰ অৱতাৰণা কৰিছে অনাথে। তাইৰ সমগ্ৰ জীৱনৰ সাধনাৰ লগত তাৰ বিন্দুমাত্ৰও মিল নাই!

তাই কলে, সেইবাবেই তুমি এতিয়াও নৰনাৰীৰ মিলনৰ আচল স্বৰূপ ধৰিব পৰা নাই। নাৰীক তুমি বুজিবও নোৱাৰা। ভোগেই বোলা বা বংশ ৰক্ষাই বোলা নাৰীয়ে কেতিয়াও জন্তুৰ দৰে তাক প্ৰত্যাশা নকৰে। প্ৰেম নহ'লে কোনো মিলনেই নৈতিক হ'ব নোৱাৰে।

অনাথে হাঁহি কলে, নীতিৰ কথা মই ইমান ধৰিব নোৱাৰো।

নোৱাৰাটো অক্ষমতা। অকল পঢ়াশুনা কৰি বিদ্যা আৰ্জিলেই বা চাকৰি কৰি উপাৰ্জন কৰিলেই জীৱনক বুজা শেষ নহয়। জীৱন ৰহস্যময়। প্ৰেমময়। উচ্চ নীতিয়েহে তাক পৰিচালনা কৰে। জন্তুৰ শাৰীৰপৰা ক্ৰমাত ওপৰলৈ উধোৱাই হল মানুহৰ পৰম লক্ষ্য।

অৰ্পণাৰ কণ্ঠস্বৰত এটা গভীৰ প্ৰত্যয় ফুটি উঠিল।

অনাথে সন্দেহ প্ৰকাশ কৰি কলে, তোমাৰ মত মই এতিয়াও মানিব পৰা নাই। মোৰ ভাব হৈছে তুমি নিজৰ কামৰ যুক্তি বিচাৰি তাকে সৰ্বজনীন মতত পৰিণত কৰিব খুজিছা।

অৰ্পণাই উত্তৰ দিলে, হ'ব পাৰে। প্ৰত্যেকটো জীৱনেই এটা স্বকীয়া সাধনা।

অনাথে কলে, তেতিয়াহলে মোৰ আপত্তি কৰিবলগীয়া একো নাই।

কিছুপৰলৈ দুয়ো নিমাতে ৰ'ল। দুয়ো বুজি পালে দুয়োজনৰে দৃষ্টিৰ প্ৰভেদ। লগে লগে দুয়োৰে মাজৰ ব্যৱধান আৰু সম্পৰ্ক চিনি উলিওৱাৰো এটি সুযোগ ওলাল। কিন্তু কোনেও কথা পাতিবলৈ ইচ্ছা নকৰিলে। দুয়ো দুয়োৰে মুখলৈ চাই পৰস্পৰে পৰস্পৰক আৱিষ্কাৰ কৰিবলৈ ধৰিলে।

# বাৰ

যেনেকৈয়ে ভাবিছিল, ঠিক তেনেকৈয়ে অনাথৰ লগত পামেলাৰ বিয়া হৈ গ'ল। বিয়ালৈ অৰ্পণাও আহিছিল। আৰু আহিছিল জীৱন দাসগুপ্ত।

কলিকতাত থকা পামেলাৰ সেই বন্ধু-গৰাকীৰ কোঠাৰ ওচৰতে এটা ফ্লেট লৈ সিহঁতে বিবাহিত জীৱন আৰম্ভ কৰিলে। পামেলাই কাম এৰি দিলে। এমাহ ছুটী লৈ দুয়ো মাদ্ৰাজলৈ গ'ল। মাদ্ৰাজৰ পৰা গৈ মহীশূৰৰ বৃন্দাবন গাৰ্ডেনৰ হোটেলত গৈ নামিলগৈ। তাত প্ৰথম দুয়োৰ মাজত আন্তৰিক আদান-প্ৰদান গঢ়ি উঠিবলৈ আৰম্ভ কৰিলে।

বৃন্দাবন গাৰ্ডেনত সেইদিনা দীপশিখা জ্বলি উঠিছিল। সন্ধিয়াবেলিকা দুয়ো ওলাই গৈ লাহে লাহে প্ৰমোদ উদ্যানত নামি এখন বেঞ্চত ওচৰা-উচৰিকৈ বহিল। জ্বলি উঠা ৰঙা-নীলা বাল্‌ব্‌বোৰে বন-গুচ্ছক এক অপৰূপ শোভা দান কৰিছিল। পামেলাই কলে, কাবেৰীৰ মাজত এটা উপকথা লুকাই আছে।

কি ?

নাজানো।

নাজানা যদি ক'লা কেলেই ?—অনাথে সুধিলে।

পামেলাই কলে, স্বৰটো শুনিলে তেনে লাগে।

দূৰৰো কাবেৰীৰ বিভঙ্গ স্ৰোতধাৰাৰ গৰ্জন শুনিবলৈ লাগিল। অনাথে কলে, ঠিকেই তো! মানুহৰ স্বৰৰ দৰে লাগিছে।

পামেলাই চকু মুদি সেই স্বৰ আকৌ শুনিলে। যন্ত্ৰণা নে আনন্দৰ উল্লাস? কব নোৱাৰি। সেই স্ৰোতধাৰা যেন তাইৰ হৃদয়ৰ মাজেদি বৈ গৈছে। অনাথো নীৰৱ হৈ গ'ল। কিবা এটা যেন কব খুজিছে কাবেৰীয়ে।

কি কব খুজিছে?

উপকথা? কিহৰ উপকথা?

একোকেই বুজিব পৰা নগ'ল।

পামেলাই ইঠাতে কলে, বুজি পাইছানে?

ওঁহো।

সাগৰৰ কামনা।

অনাথে এইবাৰ পামেলাৰ হাতখন নিজৰ হাতত তুলি ললে। পামেলাই কলে, মই কাবেৰী! তুমি সাগৰ।

অনাথ চিন্তিত হৈ কলে, ওঁহো। মই কাবেৰী। তুমি সাগৰ।

পামেলাই আহ্লাদিত হৈ উত্তৰ দিলে, সঁচাকৈয়ে। কেনেছা নে? মই বৰ সুখী।

সঁচাকৈয়ে?

অনাথে পামেলাক তাৰ কাষলৈ চপাই আনি ওঁঠত এটা চুমা খালে। পামেলাই কলে, ব'লা আৰু অলপ ঘূৰি আহোঁ। এখন লন আছে। তাতে বহি দুয়ো অলপ আনন্দ লাভ কৰো।

অনাথ উঠিল, আৰু হাতত ধৰাধৰিকৈ লাহে লাহে পকী পথেদি নামি গৈ অদূৰৰ এখন লনত বহিলগৈ। পামেলাই নিজৰ খোপাৰ ফুলপাহ ঠিক কৰি কলে, মাজে মাজে তুমি যে অন্যমনস্ক হৈ পৰা— কাৰণ কি?

কেতিয়া ?

কথা পাতোঁতে ।

অনাথে কলে, লাজ লাগে ।

কিয় ?

মই কব নোৱাৰো ।

অনাথে পামেলাৰ মুখলৈ চাব নোৱাৰিলে। ঠিক সেই মুহূৰ্ত্তে তাৰ লাজ লাগে। কামনাই যি মুহূৰ্ত্ত তাক অভিভূত কৰি পেলায় সেই মুহূৰ্ত্তে সি পাবলৈ বিচাৰে। নিবিড়ভাৱে। এখন্তেকো আনৰ উপস্থিতি সহ্য নহয় ।

পামেলাই কথা কবলৈ বিচাৰে। কিন্তু অনাথৰ কাণত কথাবোৰ নোসোমায়। কামনাৰ ক্ষুধাই তাক উত্তেজিত কৰি তোলে। সি পামেলালৈও চাব নোৱাৰে। আনফালে শূন্যলৈ চায়। তাৰপিচত হঠাতে দুই হাতেৰে তাইক সাবটি ধৰে। পামেলা অপ্ৰস্তুত হৈ যায়। তাই হাঁহি হাঁহি সকলো সহ্য কৰে। কিন্তু তাইৰ মুখত এটা মৃদু তিৰস্কাৰ ফুটি ওলায় ।

পাৰ্টীৰপৰা উঠি অহাৰ পিচত সি আকৌ সহজ হৈ যায়, কিন্তু পামেলা যেন লাঞ্ছিত হৈ পাৰ্টীত পৰি থাকে বহুতোপৰ চকু মুদি। কিয় ?

সি বুজিব নোৱাৰে ।

পামেলাই কলে, আমাৰ মাজত যে একান্ত আত্মীয়তা এতিয়াও গঢ়ি উঠা নাই। এয়েই সময়। তোমাৰ দেহ মন আত্মা সকলোকে জানিবৰ মন যায়। এইবোৰত এতিয়া মোৰ অধিকাৰ। মোৰ। মোৰ। আন কাৰো নহয়। কিন্তু তুমি যেন এতিয়াও সম্পূৰ্ণৰূপে নিজক বিলাই দিয়া নাই। কিয় ? এতিয়া তুমি কব লাগিব। আমাৰ মাজত কোনো সংকোচ থাকিব নোৱাৰে। মই তোমাৰ। মোৰ ভাব মোৰ দেহ মোৰ আশা সকলো তুমিয়েই !

অনাথে ভয় খালে। কি কৰি নো নিজকে একান্তভাৱে বিলাই দিব পাৰি তাক অনাথে নাজানে।

সি সৰলভাৱে কলে, কামনাই মোক সদায় অন্ধ কৰে। মই বোবা হৈ যাওঁ। এইটো মোৰ দোষ। মই একো কব নোৱাৰোঁ।

পামেলা চিন্তিত হ'ল। তাই কলে, তোমাকে এনে বুলি তো জনা নাছিলোঁ।

অনাথে কলে, নাজানিবাই তো।—তাৰ মনটো বিষণ্ণ হৈ গ'ল। তাৰ অণ্ঠ-কণ্ঠ শুকাই গ'ল।

সি বুজি পালে, এই উত্তৰত পামেলা সন্তুষ্ট নহ'ব। সি তাৰ উপযুক্ত ব্যাখ্যা দিব লাগিব। মনে মনে সি উত্তৰ বিচাৰিলে।

হঠাতে তাৰ মনৰ গহনত প্ৰকাশ পালে সেই বেশ্যাৰ মূৰ্তি। তাৰ পিচত অৰ্পণাৰ। আটাইৰে কাষৰপৰা সি এনেদৰেই বুঢ়া, বোবা আৰু ফুকলীয়া হৈ পৰাজিত মনোভাৱেৰে উভতি আহিছে। নিজৰ পত্নীৰ কাষতো তাৰ সেই একে অৱস্থা। নিজৰ ওপৰত তাৰ ধিক্কাৰ জন্মিল। তাৰ ভাব হল, কোনোদিনেই সি যৌন ক্ষুধা আৰু কামনাক তাৰ উন্নত ধ্যান-ধাৰণাৰ লগত একেলগ কৰিব পৰা নাই। যৌন ক্ষুধা আৰু ধাৰণাক সি সুন্দৰ আৰু পৱিত্ৰ বুলি কল্পনা কৰিবলৈও চেষ্টা কৰা নাই।

অথচ এই মধুৰ, মনোহৰ দেহ-পল্লব ৰূপ সি দেখা নাই। এটা লাজে আৰু এটা সংস্কাৰে তাক সেই ভাব বিকাশ কৰিবলৈ সুযোগ নিদিয়ে।

পামেলাই কলে, অকলে অকলে কি ভাবিছা? মোকো কোৱা।

অনাথে কলে, পামেলা!

কি?

তোমাক মই দেহৰ ক্ষুধাৰ যন্ত্ৰ হিচাপে ব্যৱহাৰ কৰিছোঁ এইকিদিন। কিন্তু মোৰ ভুল বুজিছোঁ। এই ক্ষুধা যে সুন্দৰ, পৱিত্ৰ আৰু তাৰবাবে ধূপ-ধুনা আৰু আৰতিৰ প্ৰয়োজন, তাক এতিয়া হে বুজি পাইছোঁ। অনাথৰ কণ্ঠ বাষ্পৰুদ্ধ হৈ গ'ল।

পামেলাই মিচিকি হাঁহি কলে, সীতাৰ সাধনা সফল হ'ব তেনে।

হ'লে তোমাৰ স্পৰ্শতে হ'ব।—অনাথে কলে।

কোৱাৰ লগে লগে তাৰ বল বাঢ়িল আৰু সি কলে, তোমাৰ স্পৰ্শৰ যাদুত মোৰ অন্তৰাত্মা সাৰ পাই উঠিছে।

সি ৰ'ল।

মোৰ নৱ-জন্ম হ'ব পামেলা।

পামেলা আনন্দত অধীৰ হৈ পৰিল। কিন্তু তাইৰ গহীন গম্ভীৰ আৰু নিশ্চিত মুখাবয়ৱৰ কোনো বিকৃতি নঘটিল। তাই কলে, তুমি পাৰিবা, আৰু অনাথ অবোধ হৈ নাথাকা।

তাই এইবাৰ স্বইচ্ছাই অনাথৰ কপালত এটা চুমা খালে, তাৰ পিচত তাৰ চুলিবোৰত হাত বুলাই মৰম কৰিবলৈ ধৰিলে। বহুতে দিনৰ আগৰ স্মৃতি উদয় হল মনত। তাৰ মাকে তাক তেনেকৈ মৰম কৰিছিল। এনেকৈ কপালত চুমা খাই চুলিত হাত বুলাই দিছিল। পামেলাই সেই মাতৃস্নেহৰ পুনৰাবৃত্তি কৰিছে।

অবাক হৈ সি তাইৰ মুখলৈ চাই ৰ'ল। এইজনী যেন অচিনাকি অপৰূপ স্নেহৰ প্ৰতিমূৰ্তি। এতিয়া তাৰ মনত পৰিল আজীৱন অনাদৰত থাকি থাকি সি স্নেহ আৰু মৰমৰ অস্তিত্বই কল্পনা কৰিব পৰা নাছিল। এতিয়া সি বুজি পাইছে পামেলা কি। পামেলা তাৰ সকলো।

পামেলাই তাক কলে, তোমাৰ এই বিমল ৰূপ মই আগতে দেখা নাছিলোঁ। মোৰ আত্মা তৃপ্ত।

তাই অনাথৰ মূৰটো তাইৰ বুকুত সাৱটি ললে। সি তাইৰ বুকুৰ ওপৰত উমনি পাই কান্দিবলৈ ধৰিলে। এই স্নেহ মাতৃস্নেহ। এইবাৰ তাৰ সমগ্ৰ দেহ শীতল হৈ পৰিল। কাবেৰীৰ স্ৰোতধাৰাৰ লগত কৰুণা-বিগলিত এই স্নেহধাৰা মিলি গ'ল। তাৰ কবলৈ আৰু একো নাই। পামেলাই তাৰ সমগ্ৰ সত্তা চিনি পেলাইছে। বাস্তুহাৰা অনাথ জীৱনৰ মাজলৈ এই প্ৰথম আহিছে প্ৰেমৰ জাহ্নৱী। তাৰ চকু পানী ওলাই আহিল।

চকুপানীয়ে তাইৰ বুকুখন তিতাই পেলালত তাই সুধিলে, কিয়, কান্দিছা কিয় ?

নাকান্দি আৰু নোৱাৰোঁ। মোৰ জীৱনত কোনো আহিবৰো সম্ভাবনা নাছিল। কিন্তু আচৰিতভাৱে তুমি আহি ওলালাহি। অনাথে কলে।

পামেলাই তাক সাৱটি ধৰি সৰু ল'ৰাৰ দৰে মৰম কৰিবলৈ ধৰিলে। বহুত সময় সেইদৰে থকাৰ পিচত সন্ধিয়া লাহে লাহে ৰাতিত পৰিণত হল, আৰু বৃন্দাবন গাৰ্ডেনৰ আলোক শিখা নিৰ্বাপিত হৈ স্বচ্ছ জোনাকৰ মনোৰম শীতল তাপ আহি দুয়োৰে শৰীৰত পৰিলহি। কোনেও কাকো এৰি দিব নুখুজিলে। তাতে বহি ৰ'ল।

লাহে লাহে জোনৰ পোহৰ পামেলাৰ চকুৰে মুখে দেহে বিয়পি পৰিল। অনাথে মুখ তুলি সেই চন্দ্ৰবদনীক চাই কলে, ব'লা যাওঁ।

ঘড়ীত তেতিয়া ৰাতি ন বাজিছে। অলপ পাচতে হোটেলৰ ডাইনিং ৰুম বন্ধ হৈ যাব। গতিকে দুয়ো লাহে লাহে তাৰপৰা উঠি হোটেলৰ ডাইনিং ৰুমৰ ফালে যাবলৈ ধৰিলে।

## তেৰ

পিচদিনা ডাকত অনাথে অৰ্পণাৰ এখন চিঠি পালে। চিঠিখনত তাই লিখিছে....

অনাথ দাদা,

শেষত তোমাক এই বুলিয়েই সম্বোধন কৰিছোঁ। তোমাৰ এই সুখৰ ক্ষণত আমনি কৰাৰ প্ৰয়োজন অনুভৱ কৰা নাছিলোঁ। কিন্তু ইতিমধ্যে সৰুদাদাৰ এখন চিঠি পালোঁ। মাৰ কেন্সাৰ হৈছে। সৰুদাদাই ভেলোৰলৈ লৈ আহিছে। মাই এবাৰ এই হতভাগিনী দুশ্চৰিত্ৰাক দেখা কৰিব খুজিছে। বহুতপৰ ভাবি ঠিক কৰিলো যাম। একেবাৰে যাম। ইয়াৰ কামটো এৰি দিছো। মাটিটুকুৰাও বেচিলোঁ। মহানদ ব্ৰহ্মপুত্ৰই মোক একেবাৰে গ্ৰাস কৰিব খুজিছিল। সাঁতুৰি উদ্ধাৰ পালোঁ। তুমি যোৱাৰ পাচৰপৰা ইয়াত থাকিবৰ মন যোৱা নাই।

জীৱন এখন নদী। গতিৰ আহ্বান শুনি আকৌ এই কামৰূপ-ধাম এৰিলো। এতিয়া কলৈ যাম ? তুমি তো জানা ইয়াৰপৰা ভগবানৰ ধামলৈ পথ প্ৰশস্ত আৰু পোন। এতিয়া ভাবে সন্ধানত ওলালোঁ।

এটা কৌতূহল থাকি গ'ল।

পামেলাই তোমাক কি কৰি গঢ়িছে তাক চাবৰ মন গৈছে। কিবা নতুন সত্য বিচাৰি পাইছানে নাই তাকো জানিবৰ মন গৈছে। কিন্তু কেতিয়া দেখা হ'ব তাকো কব নোৱাৰো।

—অৰ্পণা।

অনাথে চিঠিখন পঢ়ি পামেলাক মাতিলে। পামেলাই পূবো বাৰান্দাত বহি ৰ'দ লৈছিল। পামেলা আহিলত ক'লে, অৰ্পণাৰ চিঠি, পঢ়া।

পামেলাই, সেই চিঠি লবলৈ বিন্দুমাত্ৰও আগ্ৰহ প্ৰকাশ নকৰিলে। তাই লিখিলে তোমালৈ লিখিছে, মই পঢ়ি কি কৰিম ?

পামেলাৰ মুখাবয়বত সেই পূৰ্বণি গাম্ভীৰ্য আৰু নিশ্চয়তা।

অনাথে ক'লে, নপঢ়া যদি নেলাগে। মাকৰ কেন্সাৰ হৈছে। আৰু তাই বোধহয় সন্ন্যাসিনী হ'ব। সন্ন্যাসিনী ঠিক নহয়, ভগৱান-প্ৰেমিকা হ'ব।

পামেলাই হাঁহি ক'লে, অৰ্পণাক মই জানো।

কিমান জানা বা ?—অনাথে সুধিলে।

ঠিক দাদাকৰ দৰে নহ'ব নিশ্চয়। বন্ধুৰে যিমানখিনি জানিব লাগে সিমানখিনি জানিছোঁ।

পামেলাৰ স্বৰ গম্ভীৰ। অনাথে অৰ্পণাৰ প্ৰতি তাইৰ এই বিৰাগ দেখি আচৰিত হ'ল।

অনাথে একান্তমনে পামেলাৰ কোমল বিমল আৰু স্বচ্ছ কান্তিত দৃষ্টি নিক্ষেপ কৰিলে। একো বুজা নগ'ল মনৰ ভাব। অনাথে বিচনাত দীঘল দি এটা চিগাৰেট জ্বলালে, তাৰ পিচত কলে, বহা।

পামেলাই আহি তাৰ কাষত বহিলহি আৰু হাত দুখন তুলি লৈ কলে, চোৱা, তুমি আজি চুলি আৰু নখ কাটিব লাগিব।

তুমি নিজে চুলি কটা দেখি লোককো চুলি কাটিবলৈ কোৱা। কাটিম বাৰু। কিন্তু নখ কটাৰ প্ৰয়োজন বোধ কৰা নাই।

পামেলাই অনাথৰ হাতখন নিজৰ হাতত লৈ খুব সূক্ষ্মভাৱে নখবোৰ পৰীক্ষা কৰিলে। তাৰ পিচত কলে, বাৰু হ'ব। আজি মহীশূৰলৈ যাব লাগিব। কিবাকিবি কিনিম বুলি ভাবিছো। কেইটামান পুতলা আৰু চিক্কৰ এযোৰ কাপোৰ ল'ম। স্মৃতিৰক্ষাৰ্থে

এখন ছবি ল'ম বুলি ভাবিছোঁ। তোমাক কিবা এটা উপহাৰ দিম বুলিও কল্পনা কৰিছোঁ। অৱশ্যে ভাল বস্তু পালেহে। গতিকে ওলোৱা। ইয়াত ভাত নাখাওঁ বুলি কৈ দিলোঁ।

অনাথে কলে, ব'লা। অনাথে নিজৰ হাতঘড়ি চাই ক'লে, এতিয়া টেক্সী লব লাগিব।

দুয়ো যাবৰ কাৰণে সাজু হ'ল। পামেলাই সাজ-সজ্জা কৰি হাতত এটা বেগ ললে আৰু অনাথে পৰিপাটিকৈ চুট কৰি ললে। তাৰপিচত ৰুমৰ দুৱাৰ বন্ধ কৰি দুয়ো হোটেলৰ ৰিছেপশ্যন কাউণ্টাৰলৈ গ'ল। ৰিছেপশ্যনিষ্টে লাহেকৈ কলে, আপোনাৰ এখন টেলিগ্ৰাম আছিল।

অনাথে টেলিগ্ৰামখন হাতত লৈ দেখিলে ফাৰ্মৰ টেলিগ্ৰাম। তাৰ মনটো মৰি গ'ল। খুলি পঢ়িলত দেখিলে, কাৰখানা বন্ধ হ'বৰ উপক্ৰম হৈছে। ফাৰ্মৰ হৈ পাৰ্টনাৰ জীৱন বাবুৰে লগ পাব খুজিছে। তেখেত সেই হোটেললৈকে যাব, তাতে সকলো কথা-বতৰা পাতিব।

অনাথে টেলিগ্ৰামখন পামেলাৰ হাতত দিলে। পামেলাই সেইখন পঢ়ি বিস্মিত হৈ কলে, খবৰ বৰ ভাল নহ'ব যেন পাইছোঁ। টেলিগ্ৰামখন বেগত সুমাই থৈ নিজেই ৰিছেপশ্যনিষ্টক জীৱন বাবুৰ অহাৰ খবৰ ললে। তেওঁ কলে, আজি পোৱাৰহি কথা আছে। অকল তেৱেঁই নহয়, লগত এগৰাকী মহিলাও আহিব।

নাম কি? পামেলাই কলে।

অৰ্পণা দেৱী।

পামেলাই অনাথলৈ চালে। অনাথ বিস্মিত হ'ল। সি কলে এইমাত্ৰ চিঠি পালোঁহে। ই কেনে কাণ্ড?

পামেলাই হাঁহি কলে, অৰ্পণাৰ দৰে খেয়ালী মানুহ নো ক'ত আছে?

তাই ৰ'ল।

তাইক মই হাড়ে-হিমজুৰে জানো।

অনাথে কলে, চিঠিমতে তেওঁ যাব লাগিছিল ভেলোৰলৈ। আজি আজি এসপ্তাহৰ আগৰ চিঠি।

ভেলোৰলৈ? মাক তাত আছে নে কি?

অঁ।

পামেলাৰ মুখ গম্ভীৰ হৈ গ'ল। তেনেহ'লে তাইৰ মাক আৰু নাথাকিব। আৰু তুমি যে কৈছিলা সন্ন্যাসিনী হোৱাৰ কথা। ক'তা— আকৌ দেখোন প্ৰেমৰ জীৱন আৰম্ভ কৰিছে।

বিছেপশ্যানিষ্টে সিহঁতৰ কথা-বতৰা অবাক হৈ শুনা দেখি অনাথে কলে, ব'লা, সোনকালে আহোঁগৈ।

দুয়ো টেক্সীত উঠি যাত্ৰা আৰম্ভ কৰিলত অনাথে কলে, তুমি অৰ্পণাক জানানে ভালকৈ?

পামেলাই কলে, জানো। তাই অলপ ৰ'ল। তাৰ পিচত কলে, কিন্তু তুমি জানো মোৰ ব্যাখ্যা গ্ৰহণ কৰিবা?

অনাথে কলে, তোমাৰ ওপৰত মোৰ বিশ্বাস আছে।

এই সৰল উক্তি শুনি পামেলা আশ্বস্ত হ'ল। অনাথৰ আগত অৰ্পণাৰ চৰিত্ৰ ব্যাখ্যা কৰিবলৈ তাই ভয় খাইছিল। কাৰণ মনে মনে তাইৰ প্ৰতি পামেলাৰ এটি ক্ষোভৰ ভাৱো হৈছিল।

তাই কলে, তাই নিজক সাংসাৰিক ৰীতিৰে জুখিব নোৱাৰে।

তাই আকৌ ৰ'ল।

জুখিলে মই তাইক ক্ষমা কৰিব নোৱাৰোঁ। কিন্তু এইবোৰ মুক্ত প্ৰেম মোৰ ভাল নালাগে। জীৱনক খুব ছিৰিয়াচ যেন বোধ নহয়।

অনাথে প্ৰতিবাদ নকৰি ক'লে, কিন্তু তাই প্ৰেমত বিশ্বাস কৰে, মুক্ত প্ৰেমত নহয়।

পামেলাই উত্তৰ দিলে, মিছা নহয়। বয়স হৈ আহিছে মানে তাইৰ সন্তান-কামনা স্পষ্ট হৈ আহিছে।

তেনেহ'লে তাই সন্ন্যাসিনী হ'ব নোৱাৰে ?

কব নোৱাৰোঁ। কিন্তু সন্ন্যাসিনী হলেও তাই দুখমুক্তিৰ কাৰণে হে হ'ব।

অনাথে একো নেমাতিলে। পামেলাই অৰ্পণাক যে ভাল পায় আৰু ভাল পায় কাৰণেই এনেকৈ কব পাৰিছে সেই কথা তাৰ চকুত স্পষ্ট হৈ গ'ল।

সি কলে, পামেলা, তাইৰ কাৰণে দুঃখ নহয় নে বাৰু ? ৰূপে গুণে অপৰূপা এনে এজনী সুন্দৰী ছোৱালীৰ ভৱিষ্যতটো কেনে হ'ব ?

পামেলাই হাঁহিবলৈ ধৰিলে। তাৰপিচত কলে, তাৰবাবে মোৰ অকণো দুঃখ নাই।

কিয় ?

পামেলাই চকু মুদি অলপ সময় উত্তৰটো জুকিয়াই কলে, তাইৰ জীৱনত এটা সৎ সন্ধানৰ আকাংক্ষা আছে। প্ৰেমক ইমান গভীৰ-ভাৱে কোনে গ্ৰহণ কৰিব পাৰিছে ? কেইজনী ছোৱালীয়ে ? তাইৰ সহজ বিয়া এখন হৈ যোৱা হ'লে আমি তাইৰ সেই বিকশিত সুন্দৰ মূৰ্তি দেখা নেপালেঁহেঁতেন। মই তাইৰ বাবে সদায় প্ৰাৰ্থনা কৰো প্ৰাণে-মনে। কিন্তু তায়ো ছোৱালী হে। কি কৰিব ?

কিয় ?

পামেলাই মন কৰিলে অনাথ অন্যমনস্ক হৈ গৈছে। তাইৰ খং উঠিল। তাই কলে, কিয় তাক অলপ চিন্তা কৰিলেই বুজিবা। জীৱন বাবুক মোৰ অকণো ভাল নেলাগে। যদি প্ৰকৃতপক্ষে

অৰ্পণাক ভাল পায়, তেন্তে তেওঁ পূৰ্বৰ পত্নীক বিসৰ্জন দি এইক গ্ৰহণ কৰা উচিত। আৰু এটা কথা মই বুজি নেপাওঁ।

কি?—অনাথে এইবাৰ পামেলাৰ ফালে চাই সৰল কৌতূহলেৰে প্ৰশ্ন কৰিলে।

পামেলাই কলে, জীৱনবাবুৰ সততা আছে নে নাই।

তাই ৰ'ল।

মুক্ত প্ৰেম জানো ইয়াক কয়?

অনাথে কলে, অৰ্পণাই মোক কৈছিল—

কি কৈছিল?

তাইৰ সন্তান-কামনাৰ কথা। জীৱন বাবুও প্ৰস্তুত আছিল। কিন্তু অৰ্পণা ৰাজী নহ'ল। অবিবাহিতাৰ সন্তান—

তাকে হে কৈছো।

অনাথ ৰ'ল। তাৰ পিচত কলে, সেই সন্তানৰ স্বীকৃতি জানো সমাজে দিব?—সি ৰ'ল,—নৈতিক নিৰাপত্তাবোধ নহলে এনে কাম কৰা তাইৰ পক্ষে অসম্ভৱ। সি গলখেকাৰি মাৰি ডিঙিটো পৰিষ্কাৰ কৰি কলে, তাতেই তাইৰ জীৱনৰ হাহাকাৰ উপস্থিত হৈছে।

মোৰ ভাব হৈছে তাইৰ জীৱনলৈ গভীৰ সংকট নামি আহিছে।

পামেলাৰ নাকৰপৰা হুমুনিয়াহ সৰি পৰিল। অনাথৰ মনটোও বিষণ্ণ হৈ পৰিল। এই সংকটৰপৰা তাই কেনেকৈ উদ্ধাৰ পাব? পথ মাত্ৰ সেই একেটাই। সন্ন্যাসিনী হোৱা। লাহে লাহে তাৰ চকুত স্পষ্ট হৈ আহিল জীৱন দাসগুপ্তৰ জীৱনৰ স্বৰূপ। ই কেনে ধৰণৰ জীৱন! মানুহটো প্ৰেমিক নে মাথোন যৌনবিলাসী? তাৰ মাজত সীমাৰেখা ক'ত?

মটৰ আহি এখন চিল্কৰ বস্তুৰ দোকানৰ মুখত ৰোৱাৰ লগে লগে পামেলা আৰু অনাথ নামিল আৰু ধীৰে ধীৰে দোকানখনৰ ভিতৰত সোমাই কাপোৰ কিনাত মনোনিবেশ কৰিলে।

# চৌধ্য

জীৱন বাবুৱে দিয়া খবৰে অনাথক বিষম আঘাত দিলে। মোহন মুখাৰ্জীৰ ফাৰ্মৰ অৱস্থা বৰ বেয়া। গতিকে মানুহ 'কমাবলগা হৈছে'। ফাৰ্মৰ তলা বন্ধ কৰা অৱস্থা। ইফালে বনুৱা ধৰ্মঘট। আৰ্কিটেক্টৰ আৰু প্ৰয়োজন নহ'ব। কাজেই জীৱন বাবুৱে আন এটা কামৰ প্ৰস্তাৱ লৈ অনাথ বাবুৰ ওচৰলৈ আহিছে। কামটো চুক্তিৰ কাম। তেওঁৰ দৰৱব কাৰখানাৰ কাম।

কামটো অনাথে গ্ৰহণ নকৰে বুলি কলিকতাৰপৰা অৰ্পণাও লগত আহিছে। অনাথে জীৱন বাবুৰ সকলো মন্তব্য শুনিলে আৰু নভৱা-নিচিন্তাকৈ ঘপকৰে কলে, আৰু আপোনালোকৰ কামৰ প্ৰয়োজন নাই জীৱন বাবু। কপালত আছে যদি খাটি খাম। নহ'লে জহান্নামে যাম।

হোটেলৰ লাউঞ্জত বহি দুয়ো কথা-বতৰা পাতিছিল। জীৱন বাবুৱে হাঁহি ক'লে, আপুনি ঘপকৰে একো নক'ব। কামৰ বজাৰ মন্দা। ৰিচেশ্যনৰ দিন। ইনজিনিয়াৰিং ফাৰ্ম সবল হওঁতে সময় লব। কিছুদিন অন্য কাম কৰি থাওক। তদুপৰি মই গেৰাণ্টি থাকিলে আপোনাৰ বিশেষ অসুবিধা একো নহয়। আপুনি অৰ্পণাৰ লগতো কথা পাতক। তেওঁ পুনৰাই মাদ্ৰাজলৈ ফন্নাই কৰিব।

জীৱনবাবু উঠিব খুজিছিল, অনাথে কলে, অৰ্পণায়ো কাম এৰি দিলে বোলে ?

অ'।

জীৱন বাবু ৰহিল। তেওঁ যি কৰিছে তাৰ বাহিৰে নো আৰু কি কৰিব ?

তাৰবাবে কোন দায়ী ? অনাথে কঠোৰভাবে প্ৰশ্ন কৰিলে জীৱনক।

জীৱন বাবুৱে আঁউজি বহি লৈ চোফাখনৰ বাউসীত হাত থৈ কলে, কাৰ কামৰ কাৰণে কোন দায়ী অনাথ বাবু ? তেওঁ নিজেই দায়িত্ব লব লাগিব।

অনাথে কলে, মোৰ বোধেৰে আপুনিয়েই দায়ী। আপুনি তেওঁক বিয়া নকৰায় কিয় ?

জীৱন বাবুৱে গহীনাই উত্তৰ দিলে, মোৰ সমস্যা মই জানো। এবাৰ যেতিয়া বিবাহ অনুষ্ঠানটো দেখা পালোঁ, আৰু তাক গ্ৰহণ নকৰোঁ। হুমুনিয়াহ চাৰি তেওঁ কলে, আপুনি তো বিয়া কৰাইছে। নিজে বুজক তাৰ স্বৰূপ।

অনাথে কলে, মই ইয়াত কোনো ভুল দেখা নাই।

জীৱনে উত্তৰ দিলে, হ'ব পাৰে। কিন্তু মোৰ বাবে নহয়। কি যন্ত্ৰণাত দিন কটাইছো।

কিয় ?

আপুনি নকৈ বিয়া কৰাইছে, কাজেই আপোনাৰ আগত সেই কদৰ্য অভিজ্ঞতাৰ কথা কবলৈ মোৰ সত যোৱা নাই।

তেওঁ ৰ'ল। তাৰপিচত কলে, আপোনাৰ বেয়া প্ৰতিক্ৰিয়া হ'ব পাৰে।

অনাথে কলে, কওক। মোক কোৱাত একো বাধা নাই। মোৰ এটা বৈজ্ঞানিক মন আছে।

জীৱনে কলে, বাঃ, বৈজ্ঞানিক মন! বৈজ্ঞানিক মন মানুহে যে সমৰ্থন কৰিব পাৰে তাক মই ভাবিব নোৱাৰোঁ। অন্ততঃ মই।

অনাথে উত্তৰ দিলে, মই সেইদৰে নেভাবোঁ। তথাপি আপোনাৰ যুক্তি শুনাৰ ইচ্ছা গৈছে।

জীৱনে ঘড়ি চালে, তাৰপিচত কলে, আপোনাৰ লগত অৰ্পণাৰ নতুন ভ্ৰাতৃত্ববোধ গঢ়ি উঠিছে। সেইবাবে তেওঁৰ পক্ষ লৈছে। কিন্তু মোৰ পক্ষৰ কথা শুনাও আপোনাৰ আৱশ্যক।

কওক।—অনাথে এটা চিগাৰেট জ্বলাই ললে।

জীৱনে কলে, সুখলতা আছিল জমিদাৰ ভূপেন্দ্ৰ বাহাদুৰৰ ভতিজা জী। বৰ আশা কৰি বিয়া কৰাই দিছিলে দেউতাহঁতে। মোৰ কিন্তু বিন্দুমাত্ৰও ইচ্ছা নাছিল। মই নিজে চাই-চিন্তি ছোৱালী বিয়া কৰাব খুজিছিলোঁ।

অনাথে কৌতূহল প্ৰকাশ কৰি সুধিলে, কোন ভূপেন্দ্ৰ বাহাদুৰ? অবিনাশৰ দেউতাক?

অঁ। অপুনি তেনেহলে চিনি পায়েই।

অনাথে অলপপৰ বৈ পুৰণি স্মৃতি সুৰঁৰি কলে, বিয়া তেন্তে পাঁচ বছৰৰ আগতে হৈছিল?

অঁ।

সেই বিয়া মই খাইছোঁ।

জীৱনে হাঁহিলে।

তেনেহ'লে আপুনি বহুত কথা জানে। জমিদাৰৰ ঘৰৰ ছোৱালীৰ প্ৰতি মোৰ যি মোহ উপজিছিল, সেই মোহ বিয়াৰ এমাহৰ ভিতৰতে ভাগিল। সুখলতা আহিয়েই ঘৰখন সম্পূৰ্ণ দখল কৰি ললে। মা-দেউতাক ভালমতে সেৱা-শুশ্ৰূষা কৰি তেওঁলোকৰ আশীৰ্বাদ পোৱাৰ পিচত দিনক দিনে সম্পূৰ্ণৰূপে মোক জয় কৰিবলৈ লাগিল। ঘৰখনৰ চাল-চলন, সাজ-সজ্জা সম্পূৰ্ণৰূপে তেওঁৰ পছন্দ মতে গঢ়িবলৈ লাগিল। মা-দেউতাই লক্ষ্মী বোৱাৰী বুলি আশীৰ্বাদ কৰিলত তেওঁ আৰু উঠি গ'ল। মই কোন সময়ত আহিম খাম শুম কি কি কিনিম কাৰ লগত সংশ্ৰৱ

কৰিম এইবোৰ কথাতো কিছুমান নিয়ম বান্ধি দিলে। প্ৰথম এমাহ ভালেই লাগিছিল। কামনাত অন্ধ পুৰুষে মধুচন্দ্ৰিকাৰ দিনকেইটা সাধাৰণতে বাস্তৱত নেথাকে। সদায় এটা ৰোগীৰ দৰে যন্ত্ৰণা অনুভৱ কৰিছিলোঁ।' আপোনাৰ কেনে অনুভৱ হৈছে ক'ব নোৱাৰো, কিন্তু মই হ'লে সেই কালছোৱাত কেৱল পাৰ্টীলৈ হে বাট চাই আছিলোঁ। আন কথা একো ভাবিব পৰা নাছিলোঁ। কিন্তু প্ৰত্যেকটো দৈহিক মিলনৰ পিচত অৱশ্যে মোৰ ভাব হৈছিল কিবা এটা গভীৰ অৱসাদ বিতৃষ্ণা আৰু আঘাতে মোৰ অন্তৰ দহিবলৈ ধৰিছে। আমি কোনেও সাময়িক তৃপ্তিৰ বাহিৰে নতুন আৱিষ্কাৰৰ আনন্দ একো পোৱা নাছিলোঁ।

তেৰোঁ লাহে লাহে অনুভৱ কৰিবলৈ ধৰিলে আমাৰ সম্পৰ্ক ওৰে জীৱনৰ, গতিকে মই তেওঁৰ সৰ্বোৎকৃষ্ট লক্ষ্য। মোক সন্তুষ্ট কৰিবলৈ তেওঁ অহোপুৰুষাৰ্থ কৰিবলৈ ধৰিলে। কিন্তু তাত মই মুঠেই সন্তুষ্ট নহলোঁ। মই তেওঁক লৈ বাহিৰত ফুৰিবলৈ যাব খোজোঁ। তেওঁ যাবৰ বাবে কেতিয়াবা হে সময় পায়। ঘৰখনৰ একেধৰণৰ কামবোৰেই তেওঁক বেছি আনন্দ দিয়ে। লাহে লাহে তেওঁৰ দুটা ল'ৰা হল আৰু মোৰো বিজিনেচ টুৰ্‌ৰ্যাও বেছি হবলৈ ধৰিলে। মই বহুত দিনেৰপৰা ব্যৱসায় কৰিছো বুলি আপুনি নিশ্চয় জানে। তেতিয়া লাহে লাহে মোৰ বাহিৰা জগতৰ অভিজ্ঞতা আৰু কামৰ লগত তেওঁৰ সংকীৰ্ণ গৃহস্থালিৰ ইমান প্ৰভেদ আৰম্ভ হ'ল যে অৱশেষত আমাৰ উভয়ৰে মাজত কথা-বতৰাৰ থল সংকুচিত হৈ আহিল। তেওঁক মই যদি বিজিনেচ, বসন্তকাল অথবা ৰাজনীতিৰ কথা কিবা কওঁ তেওঁ জনা হৈ কিবাকিবি উত্তৰ দিবৰ বাবে যত্ন কৰে।

সেই উত্তৰবোৰ যে মোক সন্তুষ্ট কৰা উত্তৰ নহয়, সেই কথা তেওঁ বুজি পাইছিল। সেই কাৰণে সেৱা-শুশ্ৰূষা কৰি আৰু ঘৰুৱা কথা পাতি মোক সন্তুষ্ট কৰিবলৈ বিচাৰিছিল। আনকি শোৱা পাৰ্টীতো তেওঁক লাহে লাহে আমনিলগা হৈ আহিল। তেওঁৰ মনত এটা হীনমন্যতাৰ ভাব সোমাল। লাহে লাহে মোৰো তেওঁৰ প্ৰতি আৰু

ঘৰৰ প্ৰতি অবহেলা বাঢ়িবলৈ ধৰিলে। ফলত তেওঁৰ অৱস্থা জেলত বন্দী কয়দীৰ দৰে হ'বলৈ ধৰিলে।

সেই অৱস্থা লক্ষ্য কৰি এদিন মই কলোঁ, শুনা, সুখলতা, তুমি পঢ়িবলৈ লোৱা। মই মাষ্টৰ ধৰি দিওঁ!

তেওঁৰ পঢ়া-শুনাৰ প্ৰতি মুঠেই ৰাপ নাছিল। সুখত উঠা ছোৱালীবোৰৰ সাধাৰণতে তেনে হয়।

পঢ়া-শুনাৰ নাম শুনিয়েই তেওঁ ভয় খাই উঠিল। মোক ক'লে, নাৰীৰ একমাত্ৰ ধৰ্ম হল পতিসেৱা। পঢ়ি কি কৰিম?

মই ক'লোঁ, তোমাক জানো বাহিৰত ফুৰা-মেলা কাম কৰাৰ অধিকাৰ নেলাগে? ঘৰত সোমাই থাকি থাকি তুমি জগৎখনকে বুজিব নোৱাৰা হৈছা। এনেকৈ হ'লে আমাৰ মাজত ব্যৱধান বাঢ়ি যাব আৰু তুমি লোকৰ ছাঁ হৈ পৰিবা।

কিন্তু সুখলতাই এই উক্তিৰ তাৎপৰ্য ধৰিব নোৱাৰিলে। তেওঁ ভাবিলে তেওঁৰ কামত কিবা ত্ৰুটি ঘটিছে। তেওঁ ইয়াক নিজৰ দুৰ্বলতা বুলি ভাবিলে। মই একো নক'লোঁ। কিন্তু মোৰ বিৰাগ আৰু তেওঁৰ ভয় সমানে বাঢ়িবলৈ ধৰিলে। কিছুদিনৰ মুৰত মই তেওঁক ভাল পাবলৈ এৰিলো। দৈহিক মিলন অথবা সহবাস একোৱেই আনন্দ দিব নোৱাৰা হ'ল। মই বেছিভাগ সময় বাহিৰত কটাবলৈ ধৰিলো। কেতিয়াবা ঘৰলৈ নাহোঁৱেই।

সুখলতাৰ ভয় খুব বেছি হ'ল। তেওঁ মোক এইবাৰ একৰকম বলেৰে ঘৰত ৰাখিবলৈ চেষ্টা কৰিলে। কেতিয়াবা তেওঁ নিসহায় ছোৱালীৰ দৰে ভৰিত পৰিবলৈও কুণ্ঠিত বোধ নকৰে। নানা ঠাইলৈ আগ কৰিবলৈ ধৰিলে। কিন্তু এনে কৰাত মোৰ বিৰক্তি ক্ৰমাত বৃদ্ধি পাবলৈ হে ধৰিলে। মোৰ ঘৰত থাকিবৰ মন নোযোৱা হ'ল। মই বিজিনেচৰ কাম উলিয়াই ভাৰতৰ বিভিন্ন ঠাই ঘুৰিবলৈ ধৰিলো। এইখিনি সময়ত সুখলতাৰ কথা মনলৈ আহিলেও বৰ

বিৰক্তি লগা হ'ল। কিয় কব নোৱাৰোঁ। ঠিক এইখিনি সময়তে অপৰ্ণাক লগ পালোঁ।

অনাথে একো নেমাতিলে বহুতোপৰ। জীৱনো নীৰৱে ৰ'ল।

অনাথে সুধিলে, অপৰ্ণাক আপুনি প্ৰথম কেনেকৈ ভাল পালে ?

জীৱন দাসগুপ্তই মিচিকিয়াই হাঁহি কলে, আগতে এটা চিগাৰেট দিয়ক। অপৰ্ণাই পামেলাৰ লগত বহি কথা পাতিছে। কিছু সময় লব। বন্ধুৰ কথা তো! এওঁলোকৰ বন্ধুত্ব চাবলগা। দুয়োৰে জীৱনৰ সীমা ইমান কটকটীয়াকৈ বন্ধা যে কোনেও কাৰো জীৱনত প্ৰবেশ কৰিব নোৱাৰে। ভালপোৱাৰ জগত এখন সৃষ্টি কৰি তাত বাস কৰাৰ সৌভাগ্য অপৰ্ণাৰ বেছি। কিন্তু পামেলাই মোক বৰ শ্ৰদ্ধাৰ চকুৰে নেচায়। আপুনি নিশ্চয় গম পাইছে তাৰ কাৰণ কি ?

অনাথে এটা চিগাৰেট দি ক'লে, মোক কৈছে। আপুনি অপৰ্ণাক বিয়া নকৰোৱাত তেওঁৰ ভয়ানক অসন্তোষ।

জীৱনে চিগাৰেটটো জ্বলাই ক'লে, বিয়াৰ ওপৰত মোৰ আস্থা নাই।

কিয় ?—অনাথে ক'লে, বিয়া কৰাই তো মই ভালেই পাইছোঁ।

জীৱনে মিচিকিয়াই হাঁহি কলে, আপোনাৰ কথা মই কব নোৱাৰো। কিন্তু বিয়া এটা চুক্তি। এটা উপায়। কিন্তু তাক স্থায়ী কৰিবলৈ গ'লে মাইকী মানুহৰ স্বাধীনতা লোপ পায়। মই অপৰ্ণাক আজিও কৈছোঁ, যদি বিবাহ নকৰাকৈ সন্তান হব পাৰে, তেন্তে তোমাৰ মাতৃ হোৱাত কোনো বাধা নাই। সন্তানৰ দায়িত্ব মোৰ। কিন্তু এইখিনিতে অপৰ্ণা নাৰাজ।

আপুনি এনে যুক্তি দিয়াটো জানো উচিত হৈছে ? সমাজক অস্বীকাৰ কৰা জানো ইমান সহজ ?—অনাথে ক'লে।

জীৱনে কলে, সহজ বা টানৰ প্ৰশ্ন নহয়। ই মোৰ ভাবহে। প্ৰত্যেক মানুহই নিজৰ সিদ্ধান্ত নিজে জানি-বুজি লব লাগে।

অনাথে জীৱনৰ কথা ভালদৰে উপলব্ধি কৰিব নোৱাৰিলে। সি কলে, ই প্ৰকাৰ অনৈতিক সিদ্ধান্ত।

জীয়নে কলে, সুখলতাৰ দশা যে অৰ্পণাৰ নহ'ব তাক আপুনি কব নোৱাৰে। সুখলতাতকৈ অৰ্পণা বেলেগ সন্দেহ নাই। কিন্তু তেওঁ ঘৰুৱা জীৱনৰ সংকীৰ্ণতা সহ্য কৰিব নোৱাৰে। সন্তান কামনাৰ বাহিৰে মোৰ ওচৰত একান্তভাৱে আত্মসমৰ্পণ কৰাৰ ইচ্ছা তেওঁৰ নাই। মই জানো অৰ্পণাই পুৰুষৰ প্ৰাধান্য নেলাগে পুৰুষ কটাহিকে সহ্য কৰিব নোৱাৰে। তদুপৰি আমাৰ প্ৰেম যে ওৰে জীৱন স্থায়ী হ'ব তাকো কোনেও স্পষ্টভাৱে কব নোৱাৰেঁ। অৰ্পণাই কাৰো ওচৰত নতি স্বীকাৰ নকৰে। কাৰো উপাৰ্জন বা মৰ্জিৰ ওপৰত তেওঁ জীয়াই থাকিব নোখোজে। ইমান খেয়ালী মন ক'তো দেখা নাই। ওৰে জীৱন সহবাস কৰা হে নেলাগে দুই বা তিনি দিনৰ অধিক মোৰ লগত থাকিলেই তেও অতিষ্ঠ হৈ উঠে। তেওঁক ধৰি ৰখাৰ শক্তি মোৰ নাই। মই জানো তেওঁ উৰ্বশীৰ জাতৰ নাৰী। সন্তানৰ বাবে খন্তেকীয়া বিবাহত আবদ্ধ হবলৈ বিচাৰিছেঁ। তাৰপিচত সেই বিবাহৰ বান্ধোন চিঙি ওলাই যাবলৈও তেওঁৰ সংহপৰ নেলাগিব। তেওঁক মই সদায় চকুৰ আগত ৰাখিছো। এনে কৰা সম্ভৱ হৈছে আমাৰ মুক্ত প্ৰেমৰ কাৰণে। কাৰো ওপৰত কাৰো দাবী নাই। যিমানদিন ভালপোৱা থাকিব সিমানদিন লগ লাগি থাকিম। তাৰ পিচত এৰাএৰি হ'ম। প্ৰথম লগ পাওঁতে এই চুক্তিয়েই হৈছিল। এইখনেই হ'ল লক্ষ্ণৌ চুক্তি। এই চুক্তিমতে কাম কৰি আছোঁ। তেওঁৰ বিকাশত বা সন্ধানত মই বাধা দিয়া নাই। এই মুক্তিৰ আনন্দ আৰু প্ৰেমৰ পৰা ময়ো বঞ্চিত হ'ব খোজা নাই। তেৰেঁা বঞ্চিত হ'বলৈ ইচ্ছুক নহয়।

এই কথা কৈ জীৱনে চিগাৰেট হুপি ধোঁৱাখিনি এৰি দিলে। অনাথে এই যুক্তিৰ কাষ চাপিব নাৱাৰিলে। সি কলে, শুনক জীৱন বাবু, আপোনাৰ কথাত যুক্তি থাকিলেও সেই যুক্তি যে গ্ৰহণযোগ্য তাক কব নোৱাৰেঁা।

জীৱনে একো নেমাতিলে। তাৰ ধাৰণা হ'ল অনাথৰ অভিজ্ঞতাই এইবোৰ যুক্তি ঢুকি নাপাব। বিয়াৰ পিচত কোনেও বিয়াৰ বেয়া ফালটো নেদেখে। অৰ্পণাই এই সম্ভাৱনাৰ কথা স্বীকাৰ কৰিছে। জীৱনৰ পত্নী হিচাপে তেওঁ কুমাৰী জীৱনৰ স্বাধীনতা ভোগ কৰিব নোৱাৰিব। তেওঁ বিচাৰিছে জীৱনক মুহূৰ্তে মুহূৰ্তে আবিষ্কাৰ কৰাৰ আনন্দ। সেই আনন্দ জানো তেওঁ বিয়াত আবদ্ধ হৈ যাব ?

জীৱনে ক'লে, অপুনি অৰ্পণাক ভালকৈ দেখা নাই। মোৰ হৃগত থাকোতেও তেওঁৰ সাহচৰ্য আৰু আত্মীয়তা সকলো ক্ষণতে পোৱা নেযায়। মোক যেন অনুগ্ৰহ হে কৰিছে এনে ভাব হয় মাজে মাজে। নিজৰ প্ৰয়োজন মতে নহলে প্ৰেমো তেওঁৰ পক্ষে অসহ্য।

জীৱনে কথাষাৰ কোৱাৰ লগে লগে হাঁহিলে।

অলপ ৰৈ আকৌ ক'লে, মানুহজনী স্বাধীনচিতীয়া। এনে এজনী মানুহ গৃহস্থনী হৈ যে পুৰুষৰ শাসনত চলিব তাক কল্পনা কৰা মোৰ পক্ষে কঠিন। তদুপৰি ওৰে জীৱনৰ বন্ধন মোৰো ভাল নেলাগে। এই সংকীৰ্ণ যুৰীয়া জীৱন অনৰ্থকভাৱে দীঘলীয়া কৰে বিয়াই।

অনাথে উত্তৰ দিলে, এইবোৰ কথা গুৰু-গোসাঁই নমনা এনাৰ্কিষ্টৰ মুখত হে শুনায়।

জীৱনে উত্তৰ দিলে, মই এনাৰ্কিষ্ট নহয়। কিন্তু নিজে যিটো দেখিছো তাকেহে কৈছো। জানিশুনিও যদি প্ৰথা নিয়ম ৰীতি মানিবৰ বাবে বিয়া পাতো তেন্তে মোৰ নিজৰ কৰ্মৰ আৰু সিদ্ধান্তৰ স্বাধীনতাত বাধা পৰিব। তাতকৈ বৰং মই আন এটা কথাহে ভাবিছোঁ। সুখলওাঁক সম্পূৰ্ণৰূপে ডাইভোৰ্চ কৰি অৰ্পণাৰ উপযুক্ত প্ৰেমিক হ'ম।

অনাথে একো নামাতিলে।

দুয়ো কিছুপৰ বহি ৰ'ল মুখামুখিকৈ।

ইজনে সিজনৰ ভাবৰ গভীৰত প্ৰৱেশ কৰিবলৈ টান পালে।

নীৰৱতা লাহে লাহে অসহ্য হ'ল'ত অনাথ তাৰপৰা উঠি গৈ এখন খিড়িকী খুলি দিলেগৈ। বাহিৰৰ সেউজীয়া লনত জোনাক পৰিছে। অপূৰ্ব জোনাক। এজোপা জোপাহা গছৰ তলত বহি দুই সখীয়ে কথা পাতিছে। খিড়িকী খোলাৰ শব্দ শুনি দুয়ো সেই ফালে উভতি চালে। অনাথে কলে, নোশোৱা নেকি? বেলি যে বহুত হ'ল।

অৰ্পণাই কলে, কাইলৈ পুৱাই যামগৈ তো। আজি কথা পাতি লওঁ। তোমালোকৰ কথা হ'ল?

অ'।

চাবা, কিন্তু ঘপকৰে কামটো নলওঁ বুলি নক'বা।

অনাথে হাঁহি কলে, এক প্ৰকাৰ ক'লোঁৱেই।

কি! অৰ্পণা থিয় হ'ল।

# পোন্ধৰ

পুৱা অনাথে সাৰ পাই দুৱাৰ খুলি বাৰান্দালৈ ওলাই গ'ল। কেনোবাই সৰোদ বজোৱা শুনি উভতি চাই দেখিলে, ওচৰতে জীৱন দাসগুপ্তৰ কোঠাৰ দুৱাৰ খোলা আছে। ভিতৰত কোনোবাই সৰোদত কিবা এটা ৰাগ টানিছে। সেই ৰাগ কি তাক সি ধৰিব নোৱাৰিলে। কোনে সৰোদ বজাইছে তাক ধৰিবলৈ তাৰ অকণো আহুকাল নহ'ল।

খৰস্ৰোতা কাবেৰীৰ গৰ্জনৰ লগত সৰোদৰ মৃদু কম্পনি মিলি গৈছিল। সেইদৰে থাকি কিছুপৰ সি ৰাগৰ বিস্তাৰ শুনিলে। ক্ৰমাত সুৰৰ আৰোহণ আৰু অৱৰোহণ ঘটিল, আৰু পোন্ধৰ মিনিট মানৰ মূৰত সৰোদ একেবাৰে নীৰৱ হ'ল।

অনাথ ভিতৰলৈ সোমাই গ'ল। পামেলাই তেতিয়া উঠি হাত-মুখ ধুই মূৰ আঁচুৰিছে। অৰ্পণাক এৰোড্ৰমত থবলৈ তায়ো যাব। অনাথ নাযায়।

কাম যাব আৰু নতুন ঠাইত কিছু দিনৰ কাৰণে তাক ল'ব বুলি শুনি পামেলাৰ মন ভালে নাছিল। নিজৰ কামটো এৰি দিয়াৰ বাবে তাইৰ অনুতাপ হ'ল। অনাথৰো খুব চিন্তা হৈছিল।

পামেলাই কলে, মই ভাবিছোঁ আমি দিল্লীলৈ যোৱাই ভাল হব। দেউতাৰ সহায়ত তুমি ক'ৰবাত কিবা ভাল সুবিধা পাবাই।

অনাথে উত্তৰ দিলে, দিল্লীলৈ যোৱাৰ কথা ভবা নাই এতিয়া। কলিকতাতে নিজে কিবা এটা কৰিব পাৰিনেকি চাওঁ।

পামেলাই ক'লে, সহজ নহ'ব। ধন আছে জানো ?

অনাথে উত্তৰ দিলে, নাই।

পামেলাই একো নামাতিলে। তাই খোলা দুৱাৰেদি বাহিৰলৈ ওলাই গ'ল। অনাথে নিজৰ ভৱিষ্যতৰ কথা চিন্তা কৰিবলৈ লাগিল। পামেলাই তাতকৈও বেছি চিন্তা কৰিছে। তাইৰ চিন্তা আগতীয়া হৈছে। তাৰ সিমান চিন্তা হোৱা নাই। নিজে এখন ফাৰ্ম খুলিলেও সিহঁত চলিব পাৰিব। পামেলাই এনেকৈ চলা সহজ হ'ব বুলি ভাবিব পৰা নাই। তাই সেইবাবে বাপেকৰ কথা ভাবিছে। কালি ৰাতি সিহঁতৰ মনৰ আনন্দত বাধা পৰিল। অৰ্থনৈতিক দুশ্চিন্তাই মানুহৰ মন এনে কৰা স্বাভাৱিক। কালি ৰাতিৰে পৰা পামেলাৰ গ্ৰহীন গম্ভীৰ মুখত এটা বিষাদৰ ছা দেখা গৈছে।

তেনেতে মলয়া বতাহ এচাটিৰ দৰে অৰ্পণা সোমাই আহিল। অনাথে দেখিলে তাই আগৰ দৰেই নিৰুদ্বিগ্ন, সুন্দৰ আৰু হাঁহিমুখীয়া। পিন্ধা বেগুনীয়া সাৰীখনে অৱশ্যে তাইৰ কমনীয় দেহটো তুলি ধৰা নাছিল। সি ক'লে, বহঁা। ৰাতি টোপনি ধৰিলে ?

নাই। জীৱনৰ লগত থাকিলে টোপনি ক'ত ধৰিব ?

পুৱালৈকে তেনে সৰোদ বজাইছা ?

অঁ।—তাই মিচিকিয়াই উত্তৰ দিলে, তোমালোকো শোৱা নাই ?

অঁ।—অনাথেও হাঁহিলে, কিন্তু আমি সংগীত শুনা নাই। জীৱিকাৰ কথা আলোচনা কৰিছিলোঁ।

অনুমান কৰিছোঁ। কিন্তু চোৱা, কেৱল তোমাৰ কাৰণেই মই আহিলোঁ।—অৰ্পণা ক'ল।—মাৰ ঘৰলৈ যাবলৈ আহিছিলোঁ। কিন্তু জীৱনৰ মুখত তোমাৰ কামৰ কথা শুনি মনে নসহিলে। তুমি

জীৱনে দিয়া কামটো নোলোৱাকৈ নেথাকিবা। মই বেয়া পাম। কিছুদিনৰ পিচত আন স্থায়ী কাম ওলাব পাৰে।

অনাথে সুধিলে, মোৰ বাবে তোমাৰ ইমান চিন্তা হ'ল কিয় ?

অৰ্পণাই ক'লে, তুমি বা কি কৰা ? তোমাৰ স্বভাৱৰ কথা অলপ অচৰপ জানো নহয়। তদুপৰি পামেলাই বা কি উপদেশ দিয়ে ? তাইৰ নিজৰ দূৰদৰ্শিতা নাই।

অনাথে হাঁহি কলে, তুমিও যে ইমান দূৰদৰ্শী তাক আজিহে জানিলোঁ। কিন্তু তোমাৰ দূৰদৰ্শিতা পৰৰ ওপৰত নিৰ্ভৰশীল। জীৱন বাবুৰ প্ৰেমিকা বুলি হে তুমি অস্থায়ী নতুন কাম এটাৰ ব্যৱস্থা কৰিলা। কিন্তু কামৰ বাবে মই ইমান চিন্তা কৰা নাই। নিজৰ ওপৰত মোৰ বিশ্বাস আছে। চিন্তা হৈছে বেছি তোমাৰ আৰু পামেলাৰ।

তাৰ পিচত সি ক'লে, বহাঁ।

অৰ্পণাই বিচনাখনৰ এদাঁতিত বহি ক'লে, মই কিন্তু তোমাক জীৱন বাবুৰ লগত থকাটোকে বিচাৰোঁ।—তাই ৰ'ল। বিজিনেচ সম্পৰ্কে তেওঁৰ প্ৰচুৰ অভিজ্ঞতা আছে। আৰু মোৰো এটা আশা আছে।

অনাথে বিস্মিত হৈ সুধিলে, কি আশা ?

তোমাৰ জীৱন গঢ়াত মই ভাগ লব খোজোঁ।—অৰ্পণাই মিচিকিয়াই হাঁহিলে।

মোৰ নে পামেলাৰ ?

তোমাৰ।

কিয় ?

তাৰ ব্যাখ্যা এতিয়া দিব নোৱাৰিম। সকলো ইচ্ছাৰে বা আশাৰে ব্যাখ্যা দিয়াও সহজ নয়। পামেলাকো মই কৈছোঁ। একো অসংগত ইচ্ছা নহয়।

অনাথে এইবাৰ হাঁহিবলৈ ধৰিলে। তাৰ মনত বেলেগ এটা ভাব হ'ল। পামেলাই কালি ৰাতি তাৰ আগৰ পাৰ্টীত অৰ্পণাৰ কথা ঘূণাক্ষৰেও উল্লেখ কৰা নাই। বৰং তাক দিল্লীলৈ যাবলৈ হে টানি ধৰিছে। বাপেকৰ ওচৰত থাকিলে তাই নিৰাপদ বোধ কৰে। তাৰ কাৰণ এতিয়া স্পষ্ট হৈ গ'ল। অৰ্পণাৰ প্ৰভাৱৰপৰা তাই তাক আঁতৰাই লৈ যাব খোজে। ইয়াকে নিৰাপত্তাবোধ বোলে। অৰ্পণাৰ প্ৰভাৱৰ মেৰঘৰত তাই তাক ৰাখি থৈ যাব নোখোজে। তাই দিল্লীলৈ গৈ আগৰ চাকৰিটো লাভৰ চেষ্টা কৰিব খুজিছে। এইটোও অৰ্পণাৰ ওচৰৰপৰা তাক আঁতৰাই নিয়াৰ প্ৰচেষ্টা। অৰ্পণাৰ প্ৰতি তাৰ মনোভাৱ কি তাৰ কথা পুংখাণুপুংখৰূপে বিচাৰ নকৰাকৈ পামেলাই মনে মনে কিবা এটা ধৰি লোৱাটো তাইৰ ভুল হৈছে। সি- অৰ্পণাক ভনী হিচাপেই গ্ৰহণ কৰিবলৈ সিদ্ধান্ত কৰিছে। অৰ্পণাৰো সেয়ে ইচ্ছা। পৰিয়ালৰপৰা ওলাই আহি তাই আৰু এটা কৃত্ৰিম পৰিয়াল গঢ়ি লব খুজিছে। এইটো মনস্তত্ত্বৰ বিষয়।

অৰ্পণাই ক'লে, জানি শুনি তুমি হঁহাটো ঠিক হোৱা নাই। অৱশ্যে নিশ্চয় সংগত কাৰণে হাঁহিছা চাগৈ। তাই ৰ'ল।

অকস্মাৎ তাইৰ চকুযুৰি বিষণ্ণ হৈ উঠিল আৰু তাই ক'লে, বেছিদিনলৈ তোমালোকক আমনি নিদিওঁ। কিন্তু মই স্পষ্টভাৱে দেখিবলৈ পাইছোঁ তোমালোকৰ মাজেদিয়েই মই ভগবানক পাম।

বিষাদ প্ৰকাশ কৰাৰ এহ অদ্ভুত ধৰণ দেখি অনাথ আচৰিত হ'ল। কিন্তু এই দেশত চিৰদিন সেয়েই ঘটি আহিছে। পাৰ্থিৱ প্ৰেমকে ঐশ্বৰিক প্ৰেমত পৰিণত কৰাই এই দেশৰ ধৰ্মৰ চৰম নিৰ্দেশ।

অনাথে ক'লে, তোমাৰ বাবে মোৰ কেতিয়াবা কেতিয়াবা চিন্তা হয় জানা।

কিয় ?

তুমি যিটোক ভগবানৰ পথ বুলি গ্ৰহণ কৰিছা, সেইটোক মই আত্ম-নিগ্ৰহৰ পথ বুলি গ্ৰহণ কৰোঁ। ভগবান আছে নে নাই নাজানো। কাজেই ভগবানৰ কাৰণে বাধা কৰা মানুহবোৰে স্বাভাৱিক পথ গ্ৰহণ কৰিছে বুলি মোৰ ভাব নহয়।

অৰ্পণাই মিচিকিয়াই হাঁহি ক'লে, তাৰ কাৰণ আছে। বিয়াৰ দৰে অস্বাভাৱিক অনুষ্ঠানক মানি ল'লা যেতিয়া কামনাক স্বাভাৱিক বুলি ল'বা তাত আচৰিত কি? অৱশ্যে ময়ো এটা অস্বাভাৱিক কাম কৰিছোঁ। বাঢ়ি অহা সন্তান-কামনাক দমন কৰিছোঁ। মানুহে অস্বাভাৱিক কাম স্বাভাৱিক কৰি লব পাৰে, কিন্তু তাকে উন্নত প্ৰকৃতিৰ লগত মিল ৰাখি প্ৰবৃত্তিৰ বা সংস্কাৰৰ দমন কৰিব লাগিব।

কামনাক সংযত কৰিব নোৱাৰি। বিয়াৰ ঠাহত যে মুক্তপ্ৰেম ভাল তাক মই স্বীকাৰ কৰোঁ। কিন্তু তোমালোকৰ এই প্ৰেম সন্তান কামনাৰহিত হোৱাটো ঠিক হোৱা নাই। ই মুক্তপ্ৰেমৰ হক প্ৰতিপন্ন নকৰে।

অৰ্পণাই এইবাৰ নেহাঁহিলে। তাই মুখ ফুটাই নক'লেও এই কথা ঠিক যে জীৱনৰ ব্যৱহাৰত তাই সম্পূৰ্ণৰূপে সন্তুষ্ট নহয় সন্তানৰ কাৰণে তাই বিবাহৰ নাগপাশত আবদ্ধ হ'ব খুজিছিল। কিন্তু জীৱন ৰাজি নহ'ল। অবিবাহিত অৱস্থাত সন্তান লাভৰ হেঁপাহ তাইৰ নাই। সন্তান হ'বলৈ হ'লে নিজৰ ভালপোৱা মানুহজনৰ ফালৰপৰাই সি হ'ব লাগিব। এই ইচ্ছা তাইৰ ব্যাহত হ'ল। অকল সেয়ে নহয়, জীৱনৰ লগত তাইৰ এটা মানসিক ব্যৱধানো হৈছে। এই ব্যৱধানৰ কথা তাই কাৰো আগত প্ৰকাশ কৰিব নোখোজে। কিন্তু মনৰ গতি বুজা টান। ঘাই পথেদি যাব নোৱাৰি মন এতিয়া উপ-পথেদি যাব খুজিছে।

সেই উপ-পথ হ'ল অনাথ। সেই বিষয়েও অৰ্পণাৰ সন্দেহ নাই। অনাথক পাই তাই এৰি দিব খোজা নাই এই কাৰণেই জীৱনক যিবিলাক কথা বা ভাব প্ৰকাশ কৰিব নোৱাৰি সেইবিলাক কথাকে প্ৰকাশ কৰিব লাগিব আন এজনৰ আগত। মনৰ ভাৱ-সাম্য তেহে ৰক্ষা কৰিব। সেই কাৰণেই অনাথক বন্ধু হিচাপে বা মনে পতা দাদা হিচাপে তাই পাব খুজিছে।

আচৰিত কথা, পামেলাৰ বিয়াৰ আগতে তাই অনাথক এইবোৰ কথা যেনেকৈ কব পাৰিছিল, এতিয়া কব নোৱাৰে। কলিকতাৰ হোটেলত যি কথোপকথন সম্ভৱপৰ হৈছিল, বৃন্দাবন গাৰ্ডেনচৰ হোটেলত সি সম্ভৱপৰো নহয়, বাঞ্ছনীয়ও নহয়।

তাই হাঁহিলে। তাৰপিচত অনাথলৈ চাই ক'লে, মই এতিয়া নকওঁ। কিন্তু এদিন ক'ম।

কেতিয়া ?

কব নোৱাৰোঁ।

অনাথে অভিমান কৰি কলে, সন্ন্যাসিনী হোৱাৰ পাচত ?

হ'ব পাৰে।

অনাথ হঠাতে বিচনাৰপৰা উঠি গ'ল, তাৰপিচত অৰ্পণাৰ হাতখনত ধৰি কলে, মই ককাই হিচাপে এটা উপদেশ দিম, শুনিবা ?

শুনিম। তুমি হাতখন এৰি দি শান্ত হৈ বহা। পামেলাই কি ভাবিব ?—অৰ্পণাই হাতখন এৰুৱাই আনি আকৌ ক'লে, কোৱা।

জীৱনে যদি বিয়া নকৰায়, তুমি আন কাৰোবাক বিয়া কৰোৱা।

অসম্ভৱ !—অৰ্পণাই ক'লে এতিয়া পিচলৈ ঘূৰি যোৱা সম্ভৱপৰ নহয়। এতিয়া মোৰ সংসাৰ আৰু পৰিয়াল নিৰ্দিষ্ট হৈ গেছে। তোমালোকেই মোৰ সংসাৰ আৰু পৰিয়াল। সেইবাবে ইমান চিন্তা

তোমাৰ বাবে। তোমালোক সুখী হ'লেই মই সুখী হ'ম। হৃদ্‌নিৰাহ চাৰি ক'লে, যেতিয়া ভগবানৰ লগত মোৰ বিবাহ হ'ব তেতিয়া ক'ম যদি কিবা কব লগা থাকে।

অপৰ্ণা উঠি গুচি গ'ল।

অনাথে ভেবা লাগি চাই ৰ'ল।

অলপপৰৰ পিচত সি লাহে লাহে বিচনাত উঠিল আৰু চকু মুদি অপৰ্ণাৰ জীৱনৰ কথা ভাবিবলৈ ধৰিলে। তাইক কোনেও ধৰি ৰাখিব নোৱাৰে।

নিজৰ ইচ্ছামতেই তাই চলিব।

# ষোল

পামেলাই দুদিন অনাথক ভালদৰে পৰীক্ষা কৰিলে। পুৰুষৰ আনুগত্যৰ পৰীক্ষা। তাইৰ প্ৰতি তাৰ ব্যৱহাৰৰ পৰিবৰ্তন ঘটিছে নে নাই। কিবা এটা পৰিবৰ্তন হৈছে ব্যৱহাৰত,—পামেলাৰ লগত কথা-বতৰা পাতোঁতে সি অকস্মাতে অন্যমনস্ক হৈ যায়। পামেলাই ভাবিলে, অৰ্পণাৰ প্ৰভাৱৰে ই চিন। তাইৰ মোহিনীশক্তি আছে, সেই শক্তিৰে তাই অনাথৰ মন তাইৰপৰা আঁতৰাই নিছে। অনাথে যেতিয়া জীৱনে দিয়া চাকৰি গ্ৰহণ কৰিবৰ বাবে ইচ্ছা প্ৰকাশ কৰিলে, তেতিয়া সেই সন্দেহ আৰু দৃঢ় হ'ল।

পিচদিনা তাই দিল্লীলৈ যোৱা ৰেলত দুটা টিকট কৰি লৈ আহি ক'লে, আমি আজি ৰাতিয়েই দিল্লীলৈ যাম। তুমি নাযাওঁ নাযাওঁ নকৰিবা।

অনাথে ক্ষুন্ন হৈ ক'লে, দিল্লীলৈ গৈ কি কৰিবা? জীৱন বাবুৰ—

কথা শেষ নহ'ল, পামেলাই উত্তৰ দিলে, জীৱন বাবু জীৱন বাবু! নেলাগে যাব তালৈ। মোৰ এক বিন্দু আস্থা নাইকিয়া হৈছে তেওঁৰ ওপৰত।

এই মূৰ্তি দেখি অনাথ নিমাতে ৰ'ল।

পামেলাই তাকে সম্মতি বুলি ধৰি দিল্লীলৈ যোৱাৰ আয়োজন সম্পূৰ্ণ কৰিলে।

দুদিনৰ মূৰত সিহঁত দুয়ো গৈ যথাসময়ত দিল্লী পাই পামেলাৰ বাপেকৰ ঘৰ পালগৈ। বাপেকক পৰিস্থিতিটো বুজাই ক'লত তেওঁ কেইদিনমানৰ ভিতৰতে এখন ফাৰ্মত অনাথৰ এটা কাম যোগাৰ কৰিলে আৰু পামেলাকো টেলিগ্ৰাফ অফিচত এটা কাম দিয়ালে। ইয়াৰ পিচত দুয়ো এটা ভাৰা ঘৰত থাকিবলৈ ললে। কাম পোৱাৰ খবৰটো জীৱন বাবু আৰু অৰ্পণাক দিবলৈ অনাথে এবাৰ ইচ্ছা প্ৰকাশ কৰিলত পামেলাই হঁাহি কলে, দৰকাৰ নাই।

কিয় ? বিস্ময়ত অনাথে প্ৰশ্ন কৰিলে।

অৰ্পণাহঁতৰ কাণ্ড-কাৰখানা মোৰ ভাল নলগা হৈছে। মই তাইক সেইদিনা এৰোড্ৰমত কৈ দিছোঁ, যদি তই এমাহৰ ভিতৰত বিয়া নেপাত তেন্তে মোৰ লগত তোৰ সম্বন্ধ ছিঙিব। পামেলাই সহজভাৱে কলে।

কিন্তু কথাটো ইমান সহজ নাছিল। অনাথে গভীৰ যন্ত্ৰণা বোধ কৰিলে। অৰ্পণাৰ মাকৰ বা কি হ'ল ? জীৱন বাবুৱে বা কি ভাবিছে ? সিহঁতক নতুন ঠিকনাটো জনোৱাটো সিহঁতৰ কৰ্তব্য। কিন্তু পামেলাৰ মূৰ্তি দেখি তাৰ চুৰ্তি হেৰাল।

পামেলাই তাৰ ওপৰত খুব চোকা চকু ৰাখিবলৈ ধৰিলে। কিন্তু তাই জানিছিল অনাথে এতিয়াও তাৰ অৰ্পণাৰ প্ৰতি থকা আসক্তি বাদ দিব পৰা নাই। সিহঁতৰ মাজত বিয়া হ'লেও সম্বন্ধৰ স্থায়ী আধাৰ তৈয়াৰ হোৱা নাছিল। সেই স্থায়ী আধাৰ তৈয়াৰ কৰিবৰ বাবে তাই বদ্ধপৰিকৰ হ'ল।

এমাহমানৰ মূৰত এদিন পামেলাই অনাথক জনালে যে সিহঁতৰ ভালপোৱাৰ এটি স্থায়ী আধাৰ তাই বিচাৰি পাইছে। তাই সন্তান-সম্ভৱা। সেইবাবে তেওঁ এতিয়া ঘৰৰ প্লেন কৰা ভাল হ'ব। দেউতাকে এই খবৰ শুনি সন্তুষ্ট হৈ তাইৰ নামত এটুকুৰা মাটি লিখি

দিছে। ঋণ লৈ সোনকালে সিহঁতে এটা ঘৰ কৰাটো উচিতেই নহয়, আৱশ্যক হৈ পৰিছে।

অনাথৰ মনত আনন্দ বিষাদ কৌতুহল আটাইবোৰ একেলেগে উপজিল। ইমান সোনকালে সি সন্তান বিচৰা নাছিল। কিন্তু হ'ল যেতিয়া আৰু দায়িত্বৰ হাত সাৰিব নোৱাৰি। পামেলাৰ সৰ্বদেহ নিৰীক্ষণ কৰি সেইদিনা সি এটা নতুন শিহৰণ অনুভৱ কৰিলে; অনাগত শিশুটিৰ কল্পনা কৰি তাৰ মনত আনন্দ আৰু কৌতুহলো উপজিল। সি উত্তৰ দিলে—বাৰু এটা প্লেন কৰি দিম।

দুই তিনিদিনতে লাগে।

ইমান লৰালৰি কিয় ?

পামেলাই হাঁহি ক'লে, কব নোৱাৰোঁ। নিজস্ব ঘৰত শিশু জন্ম দিবৰ মন।

অনাথেও হাঁহিলে।

যেতিয়া সি ঘৰৰ নক্সা আঁকিবলৈ বহিল, তেতিয়া নক্সাটো একেবাৰে অৰ্পণাক দিয়া ঘৰৰ নক্সাৰ দৰে হ'ল। ডবল বেড ৰুমটো আঁকোতে তাৰ মনত পৰিল গুৱাহাটীত অৰ্পণাৰ ঘৰত হোৱা কথা-বতৰাবোৰলৈ। তাৰ লাজ লাগি গ'ল।

নক্সাটো আঁকি সি পামেলাৰ ওচৰলৈ নিলে আৰু তাইক ভালকৈ বুজাই দিয়াৰ পিচত সি নক্সাৰ কাগজখন তাইৰ হাতত দিলে।

পামেলাই নক্সাটো পছন্দ কৰিলে।

ইয়াৰ পিচত ঘটনাবোৰ দ্ৰুতগতিত আগবাঢ়িবলৈ ধৰিলে। তিনিমাহৰ ভিতৰতে পামেলাহঁতৰ ঋণ লোৱা আৰু ঘৰ সজা কাম আৰম্ভ হ'ল।

দহমাহৰ পিচত এদিন সিহঁতে বন্ধু-বান্ধৱক ভোজ এটা খুৱাই নতুন ঘৰটো ললে। গ্ৰীন পাৰ্কৰ ফালেই হ'ল ঘৰটো।

•• এইদৰে··তিনটা বছৰ গ'ল। এইবাৰ তিনটা বছৰত সিঁহতৰ মাজত •এদিনো ·অৰ্পণাৰ কথা নোলাল। যথা সময়ত এটা সন্তান আহি •সিহঁতৰ কোলাত পৰিলহি। সন্তানটি হ'ল এটা ল'ৰা। দেখাই-শুনাই সাইলাখ ·যেন অনাথেই। কিন্তু নাকটো অলপ পামেলাৰ দৰে হ'ল।

পামেলা এইবাৰ নিশ্চিন্ত হৈ পৰিল। তাইৰ দৃঢ় ধাৰণা হ'ল অনাথক এতিয়া অৰ্পণাই আৰু বিচলিত কৰিব নোৱাৰে। ল'ৰাটোৰ নাম ৰাখিলে সাধন। অনাথৰ পছন্দ মতে নাম দিয়াত পামেলাই আপত্তি নকৰিলে ; আনকি ডাঙৰ হ'লে তাক যে বাংলা আৰু হিন্দী দুয়োটা ভাষাতে শিক্ষা দিব তাকো পাকে-প্ৰকাৰে তাই উনুকিয়ালে।

এদিন ব্যৱসায়ৰ কামত ফাৰ্মৰ মেনেজাৰৰ লগত অনাথ দাৰ্জিলিঙলৈ যাবলগা হ'ল। তাত থাকোঁতে এদিন হঠাতে সি এটা টেলিফোনৰ কল পালে। প্ৰথম বাক্যটো শুনাৰ লগে লগে তাৰ মনত শিহৰণ উঠিল। সি উত্তৰ দিলে, তুমি এইখিনি পালাহি কেতিয়া ?

তাৰ ব্যাখ্যা দিবৰ প্ৰয়োজন বোধ কৰা নাই।

তেনেহলে ফোন কৰিলা কিয় ?

দৰকাৰ আছে। এবাৰ আহি যাবা।

বাৰু।

সময় ঠিক হ'ল সন্ধিয়া বেলিকা। আশ্ৰমৰ ভিতৰতে তাইক সি লগ ধৰিব।

সৰুকালত দাৰ্জিলিঙত সি ভালদৰেই ফুৰাচকা কৰিছিল। কাজেই আশ্ৰমখন উলিওৱাত তাৰ পলম নহ'ল।

অৰ্পণা আশ্ৰমৰ বাহিৰৰ কোঠা এটাতে তাৰ কাৰণে বহি আছিল।

অনাথে মন কৰিলে অৰ্পণা আৰু আগৰ অৰ্পণা হৈ নাই। চাৰে তিনিবছৰ মানৰ ভিতৰতে তাই শুভ্ৰ-বসনা আৰু প্ৰসাধনবিমুখ হৈ পাৰিল। তাই অসম্ভৱ খীণালে। আগেয়ে প্ৰসাধনত দহোগুণে উজ্জ্বল হৈ থকা মুখখন লাহে লাহে যেন অসম্ভৱৰকমে ক'লা পৰি আহিছে। মানুহজনী যেন এতিয়া সম্পূৰ্ণ অকৃত্ৰিম আৰু স্বাভাৱিক দেহৰ গৰাকী!

অৰ্পণাই এবাৰ অনাথৰ সৰ্বদেহ পৰীক্ষা কৰিলে। তাৰপিচত কলে, যি অনুমান কৰিছিলোঁ সেয়ে হ'ল। পামেলাই তোমাক একেবাৰে নিজৰ পচন্দমতে গঢ়ি তুলিছে।

ই প্ৰশংসা নে নিন্দা?—অনাথে হাঁহি সুধিলে।

এটাও নহয়। সত্য কথা কৈছোঁ। তাই সুখী।

সঁচাকৈ কৈছা নে?

সন্দেহ কৰি লাভ নাই।

অৰ্পণাই আগৰদৰে হাঁহিবলৈও এৰিলে। তাইৰ ৰূপতো আগৰ মোহিনী শক্তি নাই। তাৰ সলনি তাত আছে এটি স্নিগ্ধ আভা। অনাথে অনুভৱ কৰিলে তাইৰ স্বভাৱত চঞ্চলতাৰ হিন্দোল আৰু নাই। তাই যেন দাৰ্জিলিঙৰ বাটৰ ঋজু নিয়ৰসিক্ত দুৰ্বাবন।

ঘৰটো ইকবাৰ যদিও গহীন আৰু শান্ত। কলিকতাৰ বা বৃন্দাবন গাৰ্ডেনৰ হোটেল কিংবা গুৱাহাটীৰ ঘৰৰ কামনা উদ্ৰেককাৰী পৰিবেশ ইয়াত নাই। এখন ডাঙৰ কাৰ্পেটৰ ওপৰত বহি মুক্তকেশী এগৰাকী সন্ন্যাসিনী। চুলিবোৰ তিতি আছে, বোধহয় এইমাত্ৰ স্নান কৰি আহিছে।

অৰ্পণাই ক'লে, এটা অনুৰোধ আছে।

কি?

মোৰ কিছু অলংকাৰ আৰু টকা আছে। সেইখিনি পামেলাক দিব খোজোঁ। তুমি টোপোলাটো আৰু ডিপজিট বহীটো লৈ

যোৱা। তাৰ আয়েৰে তোমালোকৰ ল'ৰাটোক যিকোনো কলাৰ অতিৰিক্ত শিক্ষা দিবা।

অনাথে ক'লে, পামেলাই যদি মনলয় ?

অৰ্পণাই কলে, লব। কেলেই নলব ?

অনাথে কলে, বাৰু দিবা। তোমাৰ মাৰ খবৰ কি ?

অৰ্পণাই নিৰ্বিকভাৱে উত্তৰ দিলে, তেওঁ এতিয়া ভগবানৰ ওচৰত।

মই চিঠি দি খবৰ লব খুজিছিলোঁ। কিন্তু—

মই জানো। পামেলাই একো ভুল কৰা নাই। মইতো তোমাকো তাইৰ হাতত সমৰ্পণ কৰিছোঁ।

অনাথ হতভম্ব হৈ গ'ল। সি সুধিলে, মোক তুমি জানো কেতিয়াবা নিজৰ বুলি ভাবিছিলা ?

ওঁহো। কিন্তু তোমাক ঠিক ঠাইলৈ যাবলৈ বাট চিকুণাই দিয়াটো মোৰ কৰ্তব্য বুলি বিবেচনা কৰিছিলোঁ।

একো বুজা নাই।

বুজিবা। বুজিবৰ বয়স হৈছে জানো ?

অনাথ বিবুধিত পৰিল। সি সুধিলে, জীৱন বাবুৰ কি খবৰ ?

মই তেওঁক সুখলতাৰ হাতত সমৰ্পণ কৰি আহিছোঁ।

কিয় ? ই জানো তোমাৰ নিজৰ প্ৰতি অন্যায় হোৱা নাই ?

একবিন্দুও হোৱা নাই। তেওঁৰ শক্তি কম। সমাজখনক উলাই কৰি চলাৰ শক্তি তেওঁ নাই। তেওঁৰ যি মুক্তপ্ৰেমৰ কল্পনা কৰিছিল সি একমাত্ৰ এটা নতুন ব্যৱস্থাতে সম্ভৱপৰ। এই দেশত সেই ব্যৱস্থা নাই। ক'তো নাই। মই তেওঁক বহুত বুজালোঁ। বিয়াৰ বাহিৰে এনে কোনো অনুষ্ঠান বা প্ৰথা নাই য'ত নৰ-নাৰীয়ে আজি পৰস্পৰে নিজক সমাজবদ্ধ কৰিব পাৰে। আমি

এটা পৰীক্ষা কৰিছিলোঁ। এই পৰীক্ষাত ফেইল হ'লোঁ। মোৰ সন্তান কামনা মোক চঞ্চল আৰু পাগল কৰি তুলিছিল। মই জহৰাৰ মাক হ'ব নুখুজিলোঁ। আৰু নাৰীৰ স্বমৰ্য্যাদা ৰক্ষা কৰাটো মোৰ কৰ্তব্য। সুখলতাক মই কৈ আহিছোঁ। জীৱন বাবু আৰু মোৰ প্ৰেমৰ সম্পৰ্ক আৰু পাৰ্থিৱ স্তৰত নাই। এতিয়া ভগবানৰ লগত জীৱন বাবুৰ বিশেষ পাৰ্থক্য নাই। তেওঁৰ প্ৰয়োজন মোৰ জীৱনত শেষ হৈ গ'ল। গতিকে সুখলতাৰ বস্তু সুখলতাক ঘুৰাই দিছোঁ। সুখলতায়ো তাকে বিচাৰিছিল। এতিয়া মই মুক্ত পখী।

কিন্তু জীৱন বাবু জানো মান্তি হ'ল ?

অৰ্পণাই ক'লে, জীৱনবাবু খুব প্ৰেগামেটিক, জানা। মোৰ বিৰহৰ শূন্যতা তেওঁৰ বাবে অপূৰণীয়, সন্দেহ নাই। কিন্তু তেওঁ নিজকে চম্ভালিব পাৰিব। সুখলতাক তেওঁ অনাথিনী নকৰে।

অনাথৰ অদ্ভুত লাগিল কথাবোৰ। অৰ্পণাৰ কণ্ঠস্বৰত বিষাদ ক্ষোভ থং অভিমান নাই। কথাবোৰ যেন এটা নিৰপেক্ষ নিৰ্লিপ্ত প্ৰাণৰ সত্য উক্তি। নিজকে এই মানুহজনীৰ ওচৰত অপদাৰ্থ যেন বোধ হ'ল তাৰ।

সি ক'লে, মোৰ কি ধাৰণা হৈছে জানা ?

কি ?

তুমি যেন হৃদয়ৰ বিজ্ঞান এটি আৱিষ্কাৰ কৰিছা।

অৰ্পণাই নিৰ্লিপ্ত স্বৰে ক'লে, হৃদয়ৰ বিজ্ঞান মই আৱিষ্কাৰ কৰা নাই। এইটোৱেই ভাৰতবৰ্ষৰ ঋষি-মুনিৰ আৱিষ্কাৰ। মই ব্ৰহ্মচাৰিণী হ'লো।

অনাথে কলে, কিন্তু—

কিন্তু কি ?

ই মানৱ-প্ৰকৃতি বিৰুদ্ধ।

অৰ্পণাই ক'লে, মানৱ-প্ৰকৃতি কি কামনা ঈৰ্ষা ক্ষুদ্ৰ গাৰ্হস্থ্যৰ ক্ষণভংগুৰ বন্ধন সন্তান-জন্মৰ আনন্দ এইবোৰৰেই সমষ্টি? মানৱ-প্ৰকৃতিৰ সকলোতকৈ ডাঙৰ লক্ষ্য ঈশ্বৰ প্ৰাপ্তি। নহ'লে মৃত্যু কিয় দিলে ভগবানে? এতিয়া মৃত্যুৰ সাৰ্থকতা বুজিব পাৰিছোঁ। এক অৰ্পণাৰ মৃত্যু ঘটিছে, আৰু এক অৰ্পণাৰ জন্ম হৈছে।

তেনেতে আশ্ৰমৰ শংখ-ঘন্টা বাজি উঠিল।

অৰ্পণাই কলে, প্ৰাৰ্থনাৰ সময় হৈ গ'ল। তুমি বস্তুকেইটা লৈ যোৱাগৈ।

অনাথে ক'লে, আমি এটা ঘৰ কৰিছোঁ। ঠিক তোমাক দিয়া ঘৰটোৰ দৰেই। ডবল বেডৰুমটোও ঠিক একে দিশতেই দিছোঁ।

অৰ্পণাই উত্তৰ দিলে, নক্সাটো তোমাৰ। ঘৰটো তেনেকৈ কৰি মোকো সন্মান কৰিছা, মানে মোৰ অতীতক। তোমালোকৰ মংগল হওক। আৰু এটা অনুৰোধ। মোৰ নাম অৰ্পণা নহয়, এতিয়া কৰুণাময়ী।

কেতিয়াবা আকৌ আহিম।

তোমাৰ ইচ্ছাৰ কথা। সৰুদাদাকো কৈছোঁ। সি খুব কান্দিছিল। মই কলোঁ, এই কান্দোন অবুজনৰ কান্দোন, পৰমাত্মাৰ গুৰিত তাৰ অৰ্থ নাই।

পৰমাত্মা!

অঁ। তেওঁক পালে মানুহে জানো কিবা বিচাৰে?

তুমি নিজক প্ৰতাৰণা কৰা নাইতো?

বিন্দুমাত্ৰও কৰা নাই। মোলৈ চোৱা। ইয়াত জানো প্ৰতাৰণা দেখা পাইছা?

অনাথে অৰ্পণালৈ চালে।

এটা সৰু মন্দিৰৰ দৰে তাই তাৰ আগত থিয় দি আছে।

অৰ্পণা লাহে লাহে তাৰপৰা আঁতৰি গ'ল।

টোপোলাটো লৈ নিজৰ হোটেললৈ ঘূৰি আহিল।

হোটেলত আহি নিজৰ ৰূম ভিতৰৰপৰা বন্ধ কৰি সি অলংকাবোৰ খুলিলে। অলংকাবোৰৰ জিলমিলনিত তাৰ চকু অন্ধ হৈ গ'ল। নাৰীয়ে নিজৰ অলংকাৰ বিসৰ্জন দিব পাৰে নে? এই প্ৰশ্ন অবান্তৰ। অলংকাৰতকৈ অধিক মূল্যবান বস্তু অৰ্পণাই বিসৰ্জন দিছে, নিজৰ প্ৰিয় পুৰুষক। ডিপজিটবুকখন সি খুলিব নোৱাৰিলে। চকুপানীৰে অলংকাববোৰ তিতি গৈছে। চকুপানী মচি সি খন্তেকপৰ ৰূমৰ ভিতৰত স্তম্ভৰ দৰে থিয় হৈ ৰ'ল।

# সোঁতৰ

পামেলাই অৰ্পণাৰ গোটেই কাহিনীটো শুনিলে, তাৰপিচত অলংকাৰ আৰু ডিপজিট বুকটো চালে। তাৰপিচত তাই দুয়োটা বস্তুকে দলিয়াই দি কলে, এইবোৰ বস্তু মই গ্ৰহণ নকৰোঁ। তুমি গ্ৰহণ কৰিলা কিয় ? এতিয়াও মায়াবিনীৰ মায়াৰপৰা তুমি মুক্ত নহ'লা। মই কিমান যত্ন কৰি তোমাক তাইৰ নাগপাশৰ পৰা মুক্ত কৰিলোঁ; তুমি তাইৰ দেৱীমূৰ্তি দেখি পুনৰ ভোল গ'লা! কামনাময়ী আৰু কৰুণাময়ীৰ মাজত জানো কিবা প্ৰভেদ আছে ? এইবোৰ বস্তু তুমি ঘূৰাই দিয়া। নহ'লে মই তোমাক ক্ষমা কৰিব নোৱাৰিম।

পামেলাই হুকহুককৰে কান্দিবলৈ ধৰিলে।

অনাথে অবাক হৈ পামেলালৈ চাই ৰ'ল।

ই তো নাৰীৰ আন এটি মূৰ্তি।

ঈৰ্ষাময়ী।

সি ক'লে, অৰ্পণাক তুমি ক্ষমা কৰা পামেলা। জীৱনটো ভগৱানক দিলে। আমাৰ সংসাৰ তাই বিন্দুমাত্ৰও ক্ষতিগ্ৰস্ত নকৰে।

পামেলাই কান্দি কান্দিয়ে কলে, আৰু তুমি এইবোৰ গ্ৰহণ কৰি তাইৰ ওচৰত নিজক দান দি আহিলা। এই কাৰণেই মই তাইক মহীশূৰত লগ পাওঁতে সাৱধান কৰি দিছিলোঁ। তাইক মই জানো।

মই জানো। তাই নিজৰ জীৱন বৰ্বাদ কৰি এতিয়া মোৰো জীৱন বৰ্বাদ কৰিব খুজিছে। এইবোৰ পঠিয়াই দিয়া।

অনাথে ক্ষুব্ধ হৈ ক'লে, মই নোৱাৰোঁ পামেলা। মই ইমান অমানুহ হ'ব নোৱাৰোঁ।

পামেলাই উত্তৰ দিলে, তেনেহ'লে মোকো তুমি হেৰুৱাব লাগিব। তাইৰ স্মৃতি পৰ্যন্ত মোৰ ইয়াত ৰাখিবলৈ দিব নোৱাৰোঁ।

অনাথে ক'লে, মই নোৱাৰোঁ।

এইবুলি সি ওলাই গুচি গ'ল। সেইদিনা অফিছত কাম কৰি আহি ঘৰ যেতিয়া সোমাইছেহি, তেতিয়া দেখিলে ঘৰ গোটেইখন বিশৃংখল হৈ পৰি আছে। পামেলা অফিচলৈও যোৱা নাই। কেৱল সাধন বিচনাত শুই আছে।

তাৰ বিতৃষ্ণা জন্মিল। সি বাহিৰতে বহি ভাবিলে, পামেলাৰ ইমান ঈৰ্ষাৰ হেতু কি? তাৰ কোনো বাস্তৱ কাৰণ নাই। তাই অকল তাৰ দেহটোৰ অধিকাৰ পায়েই সন্তুষ্ট থাকিব পৰা নাই, মনৰো অধিকাৰ পাবলৈ বিচাৰিছে। অৰ্পণাই প্ৰকাশ্যে কৈছে সিদিনা, তোমাক মই তাইৰ হাতত সমৰ্পণ কৰিছোঁ। অথচ তাই আগতে কোনোদিনেই তাক সেই কথা কোৱা নাছিল। মনে মনে হয়তো তাৰ প্ৰতি এটা স্বাভাৱিক স্নেহ বা পুতৌ হৈছিল। মনতেই তাক পামেলাৰ হাতত সমৰ্পণ কৰি তাৰ ভৱিষ্যত নিৰ্ধাৰণ কৰিছিল। এই মানসিক আত্মত্যাগৰ অধিকাৰ তাইৰ আছে।

কিন্তু পামেলাই তাইৰ এই আত্মত্যাগতো এক মানসিক অধিকাৰ পোৱাৰ নিদৰ্শন দেখা পালে। এই নিদৰ্শন সেই অলংকাৰখিনি আৰু ডিপজিট বুকটো। পামেলাই তাৰ মনটোৰ সম্পূৰ্ণ অধিকাৰ বিচাৰিছে।

বহুত পৰ ভাবি সি ঠিক কৰিলে নিদৰ্শনকেইটা অৰ্পণালৈ ঘূৰাই পঠিয়াই দিয়াই তাৰ পক্ষে মংগল হ'ব।

এই ভাবি সি তাৰ ৰুমলৈ গৈ টোপোলাটো আৰু ডিপজিট বুকটো বিচাৰিলগৈ। কিন্তু আলমাৰিত বিচাৰি নেপাই উপায়হীন হৈ আকৌ পামেলাৰ গুৰি পালেগৈ। পামেলাই কিবা এখন কিতাপ পঢ়ি আছিল।

সি সুধিলে, অৰ্পণাৰ বস্তু কেইটা কি হ'ল ?

আজি ডাকত পাৰ্চেল কৰি তাইলৈ পাঠিয়াই দিছোঁ।

অনাথে অবাক হৈ পামেলালৈ চাই ৰ'ল। পামেলা আজি যেন অৰ্পণাৰ দৰেই মুক্তকেশী। মুখত প্ৰসাধন নাই। দেহতো অধিক সাজসজ্জা নাই। কৰুণাময়ী আৰু ঈৰ্ষাময়ীৰ ৰূপৰ পাৰ্থক্য একেবাৰে যেন ধৰিব নোৱাৰি।

সি হাঁহি ক'লে, পাঠিয়ালা যদি ভালেই কৰিলা। মযো সেই কাৰণেই বস্তুকেইটা বিচাৰিছিলোঁ।

এইবুলি কৈ সি যেনেকৈ আহিছিল তেনেকৈ উভতি গৈ আগফালৰ বাৰান্দাত চকী এখন লৈ বহিলগৈ।

সন্ধিয়া নামি আহিছে ধীৰেৰে।

বৰ মনোমোহা সন্ধিয়া।

দিল্লীৰ এই গৰমকালিৰ সন্ধিয়াৰ শান্ত স্বভাৱ দেখিলে মানুহৰ তাপিত হৃদয় আপোনা-আপুনি শান্ত হৈ পাৰে। কিন্তু তাৰ মনলৈ শান্তি নাহিল। সি বুজি পালে অৰ্পণাৰ প্ৰতি সি ঘোৰ অন্যায় কৰিলে। অতীতলৈ ভুমুকি মাৰি যিমানে সি চালে সিমানে তাৰ ধাৰণা হ'ল, অৰ্পণাক সিহে কামনাৰ দৃষ্টিৰে চাই তাৰ নিজৰ ভোগৰ প্ৰসাদ কৰি লব খুজিছিল। সেই কামনাৰ বাবে তাৰ প্ৰতি তাইৰ ঘৃণা হোৱাহেঁতেনো একো অস্বাভাৱিক নহ'লহেঁতেন। কিন্তু তাই তাক স্নেহৰ দৃষ্টিৰে চাই অতি সহজভাৱে পামেলাৰ হাতত তুলি দিছিল। তাই বুজিছিল তাক সহজে তাই পামেলাৰ হাতৰপৰা কাঢ়ি নিব

পাৰিলেহেঁতেন। কিন্তু নিনিলে। পামেলাই এই মহত্ত্ব বুজিব পৰা নাই। সেইবুলিয়ে পামেলাৰ প্ৰতি তাৰ অশ্ৰদ্ধা হ'ল।

হঠাতে হাতত একাপ কফি আৰু কেইটামান বিস্কুট আনি পামেলাই তাৰ গুৰিত থৈ কলে, খোৱা।

অনাথে নীৰৱে কফিৰ কাপটো হাতত তুলি ললে। তাৰ পাছত দিল্লীৰ সন্ধিয়ালৈ চকু ফুৰালে। কোনো কথা পতাৰ সি প্ৰয়োজন বোধ নকৰিলে। পামেলায়ো ওচৰতে এখন চকী লৈ তাৰ ওচৰত বহি কলে, মই তাইলৈ এখন চিঠিও লিখি দিছোঁ।

কি লিখিলা ?

লিখিলোঁ তাইৰ বস্তুবোৰ মোৰ প্ৰাপ্য নহয়। আৰু—

আৰু কি ?

যদি সঁচাকৈয়ে তাই এতিয়াও ভাবি আছে অনাথক মোক সমৰ্পণ কৰি চৰম আত্মত্যাগ কৰিছে, তেন্তে তাৰ কোনো মূল্য নাই। ভগবানে তাক ভণ্ডামি বুলি গণ্য কৰিব। এই ভণ্ডামিতকৈ বৰং তাই বিয়া কৰাওক। মই তোমাক ত্যাগ কৰিবলৈ সাজু আছোঁ।

অনাথে কফি কাপ থৈ দি কলে, এই কথাখিনি লিখা তোমাৰ উচিত হোৱা নাই।

অনুচিতো হোৱা নাই। তুমি এক অদ্ভুত পুৰুষ। কাৰো প্ৰতি তোমাৰ স্থায়ী আনুগত্য নাই।

অনাথে একো নেমাতিলে।

পামেলাই তাৰ সমগ্ৰ মুখমণ্ডল তন্নতন্নকৈ লক্ষ্য কৰিলে।

সি যে অৰ্পণাৰ প্ৰতি মোহ সম্পূৰ্ণভাৱে এৰা নাছিল সেই কথা সি অস্বীকাৰ কৰিব নোৱাৰিলে। সি ভণ্ডমি কৰিব নোৱাৰে। কিন্তু অৰ তিতিওচ কৰে থং উঠিল।

অনাথে ক'লে, মোক ত্যাগ কৰিবৰ বাবেও তুমি সাজু। এই জানি সুখী হলোঁ। এতিয়া কাজে-কামে কৰিলেই হ'ল।

অনাথৰ ঠাট্টাৰ স্বৰত পামেলা বিচলিত নহ'ল। তাই স্থিৰ কণ্ঠে ক'লে, এই অধিকাৰ মোৰ আছে। কাৰণ মই সকলো খবৰ নেজানিলেও এই কথা জানো, মোৰ লগত ঘৰ-সংসাৰ কৰিও তুমি অৰ্পণাৰ মোহপাশৰ পৰা মুক্ত হ'বলৈ চেষ্টা কৰা নাই। ই তোমাৰ ভুল। মনেৰে তুমি মোক গ্ৰহণ কৰিব লাগিব।

অনাথে অস্বীকাৰ কৰিব নোৱাৰিলে। বৃন্দাবন গাৰ্ডেনৰ হোটেলত মোহবন্ধ হৈ সি যে অৰ্পণাৰ হাতেত ধৰিছিল আৰু এইবাৰো অৰ্পণাই তাৰ প্ৰতি স্নেহ প্ৰদৰ্শন কৰাত সি আপ্লুত হৈছিল সেই কথা সি অস্বীকাৰ কৰিব নোৱাৰিলে। এই দুৰ্বলতাৰ হেতু কি? হেতু অৰ্পণাৰ অধিক আকৰ্ষণীয় দেহ-লাৱণ্য আৰু তাইৰ অপূৰ্ব মন। পামেলাৰ লগত অৰ্পণাৰ তুলনা কৰিলে সি সেই কথা বুজিব পাৰে।

নিমাতে ৰ'লা যে? পামেলাই সুধিলে। কোৱা, কি কৰিবা?

ইমান সহজে মই উত্তৰ দিব নোৱাৰিম।

পামেলাই একো নেমাতিলে। অনাথৰ মন গধুৰ হৈ গ'ল। সি নিসহায় বোধ কৰিলে। অলপপৰ বৈ সি কলে, তুমি মোৰ দুৰ্বলতা ঠিকেই দেখিছা। কিন্তু তোমাৰ চৰ্তত তোমাৰ লগত থাকিবৰ বাবে মই আৰু যে কি কৰিব পাৰোঁ তাক কব নোৱাৰোঁ। মই তাইক পাহৰিবলৈ যত্ন কৰিছোঁ।

অনাথৰ চকুপানী ওলাই আহিল।

# ওঠৰ

দুমাহৰ মূৰত ডাকত জীবনৰপৰা এটা পাৰ্চেল আহিল।

পাৰ্চেলটো পৰিল পামেলাৰ হাতত। পাৰ্চেলটো খোলাৰ লগে লগে ওলাল এখন চিঠি আৰু ডায়েৰীৰ পাত কিছুমান।

চিঠিখনত জীবনে লিখিছে :

'অনাথ বাবু, পাগলী কেতিয়াবাই আশ্ৰমৰপৰা গুচি গৈছে। তেওঁৰ অজ্ঞাতবাস আৰম্ভ হৈ গৈছে। পামেলাই পঠোৱা অলংকাৰ, ডিপজিট বুক আৰু চিঠি আশ্ৰমৰ মাই মোলৈ পাঠিয়াই দিছে। কিন্তু তেওঁ এতিয়া এই চিঠিৰ বিষয়ৰ অতীত বুলি আশ্ৰমৰ মাই মোলৈ লিখিছে। তেওঁ এতিয়া সকলো বন্ধনমুক্ত। গতিকে বস্তবোৰ মোক গ্ৰহণ কৰিবলৈ কৈছে। অজ্ঞাতবাসৰ আগলৈকে তেওঁ ডায়েৰী ৰাখিছিল। সেই ডায়েৰীটোৰ কিছু অংশ মই পঠাই দিলোঁ। সেইবোৰেই পামেলাৰ চিঠিৰ উত্তৰ দিব। মই মাথোন ইমানকে কব পাৰোঁ তোমাৰ প্ৰতি তেওঁ সহোদৰৰ স্নেহৰ বাহিৰে একোকেই নাছিল। মোৰ কথা মই একো নিলিখোঁ। মোক তেওঁ চিনাকি মূৰ্তিত নাৱত উঠাই দি নিশ্চিন্ত। মই এতিয়া কলৈ যাম ?'

পৰাজয়ৰ বিষণ্ণতা নে দুৰ্বোধ্য ৰহস্যই মন আচ্ছন্ন কৰি থৈছে।

পামেলাই নিশব্দে ডায়েৰীৰ পাতবোৰ পঢ়িবলৈ ধৰিলে।

তাৰে এপাতত লিখিছে :

'পামেলাক মই জানো। মোৰ বস্তু-কেইটা তাই গ্ৰহণ নকৰিব। তথাপিও কিয় মই তাইক দিবলৈ গ'লোঁ? কথটা মনস্তাত্ত্বিক। অনাথ মোৰ সৰু দাদাৰ নিচিনা, যদিও তেওঁ মোক মাজে মাজে ভোগৰ প্ৰসাদ বুলি ভাবিছিল। ৰূপেই মোৰ কাল হ'ল। এতিয়া লাহে লাহে এই ৰূপ মাৰি পেলালে মই মাথোন ৰূপৰহিত এটা মন হৈ পৰিম। তেতিয়া অনাথে বুজিব তেওঁৰ মোহ কিমান ক্ষণভংগুৰ। আৰু পামেলায়ো জানিব মই তাইৰ আচল বন্ধু।'

তাৰ পাছৰ এসপ্তাহৰ ডায়েৰীত লিখিছে:

'মই এতিয়া বন্ধনমুক্ত। সমগ্ৰ দেহত অনুভৱ কৰিছোঁ ভগবানৰ শ্ৰীহস্তৰ স্পৰ্শ। ইমান মধুৰ এই স্পৰ্শ! মানুহৰ দেহৰ মোহ আজি মোৰ নাই। মই আৰু সন্তান কামনাও নকৰোঁ। ইয়াৰ আগলৈকে মাজে মাজে অনাথ আৰু পামেলাৰ সন্তানটি চাবৰ মন গৈছিল। কিন্তু সেই কামনাও আজি নাই। আজি মই মুক্ত। মুক্ত। ভগবানে যেন মোক তেওঁৰ লগলৈ মাতিছে।'

তাৰ এসপ্তাহৰ পাছৰ ডায়েৰীত তাই লিখিছে:

'বন্ধনমুক্ত আত্মাক লোকালয়ৰহিত নিৰ্জন স্থানত সমাধিস্থ কৰি একান্তমনে ভগবানক পাবৰ বাবে মাই আদেশ দিছে। আজিৰপৰা এই ডায়েৰীৰ লগতো মোৰ আৰু সংস্পৰ্শ নেথাকে। মোক্ষৰ বাবে মন আকুল হৈ পৰিছে।'

ডায়েৰীৰ পাতকেইটা পঢ়ি হঠাতে পামেলাই যেন এটা দুঃস্বপ্নৰ-পৰা সাৰ পালে। তাই হুমুনিয়াহ চাৰি তাৰপৰা উঠি গ'ল, আৰু ঘৰৰ আগৰ লনত খোজ কাঢ়ি কাঢ়ি ভাবিবলৈ ধৰিলে,—পাগলী, পাগলী, নিজৰ জীৱন নষ্ট কৰিলি। কিমান কলোঁ আন কাৰোবাক বিয়া কৰা, নুশুনিলি। এই দুৰূহ পথলৈ সম্পূৰ্ণৰূপে মানুহৰ ৰাজ্যৰপৰা সেই ৰহস্যময় ভগৱানৰ ৰাজ্যলৈ গ'লি। এতিয়াও

মোৰ ধাৰণা এই জগত অবাস্তৱ অথচ অৰ্থহীন। ই এক আত্মহত্যাৰ পথ মাথোন। অকালমৃত্যুৰ উপায়। তাই এটা দুৰ্বল অপদাৰ্থ মানুহক ভাল পাই ভালপোৱাৰ অৱমাননা কৰিলে। প্ৰত্যাবৰ্তনৰ কোনো পথ তাই নেপালে। পালে কেৱল সেই শুকান আত্মনিগ্ৰহৰ পথকে পাব। মই কব নোৱাৰোঁ অনাথক তাই সঁচাকৈয়ে সহোদৰৰ দৰে ভাবিছিল নে আন কিবা ভাবিছিল। মোৰ কিন্তু ধাৰণা বেলেগ।

কিন্তু লগে লগে তাইৰ দুটোপাল চকুলোও বৈ আহিল।

অলপ পৰৰ পাচত যেতিয়া অনাথ আহিল তেতিয়া সিও অৰ্পণাৰ ডায়েৰীৰ পাতবোৰ পঢ়িলে। সি একো নেমাতি বিষণ্ণ মনে পাটীত পৰিলগৈ। পামেলাই একো নেমাতিলে।

ৰাতি যেতিয়া খাবৰ হ'ল, তেতিয়া পামেলাই শোৱা ৰুমলৈকে খোৱাবস্তু লৈ গ'ল। তাই খাবলৈ দি তাৰ ওচৰতে পাটীত বহি কলে, অৰ্পণাৰ কথা তো জনা গ'ল। তুমি এতিয়া কি কৰিবা?

অনাথে দুমাহে আজি তাৰ উত্তৰ ভাবিছিল। তাৰ পাছত সি ক'লে, অৰ্পণাৰ ভাষাৰেই উত্তৰ দিওঁ শুনা। বিয়াৰ বাহিৰে এনে কোনো অনুষ্ঠান নাই য'ত নৰ-নাৰীয়ে আহি নিজকে সমাজবদ্ধ কৰিব পাৰে। আৰু মই সন্ন্যাসী বা লম্পট হব নোৱাৰোঁ। কাজেই ভালে-বেয়াই তোমাৰ লগতে থাকিব লাগিব।

পামেলাই ক'লে, ই ভীৰুৰ কথা, যদিও সাধাৰণ সহজ বুদ্ধিৰ ফালৰপৰা ই সত্য।

তাৰ পাছত তাই বিষণ্ণ মনে ক'লে, তাই প্ৰায় আত্মহত্যাই কৰিলে।

অনাথে কলে, মই সেইদৰে নেভাবোঁ। ভাৰতবৰ্ষৰ এইটো চিৰাচৰিত পথ।

পামেলাই উত্তৰ দিলে, সেইবাবেই তো তাৰ ত্ৰুটি আমি নেদেখোঁ।

অনাথে ক'লে, আৰু মো কি পথ আছে।

পামেলাই হাঁহি উত্তৰ দিলে, তোমাৰ দৰে বৈজ্ঞানিকৰে যদি এই অজ্ঞতা আমাৰ ফালে আৰু আইধা।

অনাথে এবাৰ ক'লে, অৰ্পণাই ঈৰ্ষা ক্ষোভ খং এইবোৰ জয় কৰিছে, তুমি পৰা নাই। এই কথা বুজিবলৈ জানো বিজ্ঞান লাগে? তুমি পুৰুষক যিদৰে সংজাত সমুৰাই থব খোজা সেইদৰে কোনো পুৰুষ নেথাকে। বিবাহো এটা চুক্তি। যদি তুমি ৰাজী হোৱা তেন্তে আমি দুয়ো পৰস্পৰৰ স্বাধীনতা ৰক্ষা কৰিবৰ অৰ্থে এটা সিদ্ধান্ত কৰা ভাল।

পামেলা ইতিমধ্যে তাৰবাবে প্ৰস্তুত হৈছিল। অৰ্পণা সিঁহতৰ মাজৰ পৰা আঁতৰি নগ'লেও তাইৰ প্ৰভাৱ আৰু দুখজনক ৱাৰু বিচ্ছেদকাৰক হব নোৱাৰে। তাই অনাথক আৰু আঁতৰাই নিব নোৱাৰে।

সেইবাবে তাই কলে, মই জানো। অৰ্পণা মোৰ বন্ধু তায়ো মোৰ দৰে নাৰী। কিন্তু তোমাৰ মোহেই তো মোৰ দুঃখৰ কাৰণ। এই মোহ দমন কৰিব নোৱাৰিলে মই আৰু দুঃখ পাম। সংযম অকল ময়েই দাবী কৰিছোঁ বুলি নেভাবিবা, প্ৰত্যেক বিবাহতে ই অন্তৰ্নিহিত। মই তাকে বিচাৰিছিলো। বিচ্ছেদ বিচাৰিম কিয়? সাধনৰ মুখলৈ নোচোৱা কিয়? সিয়েই আমাৰ জীৱনৰ একমাত্ৰ লক্ষ্য। তাৰবাবেই আমাৰ বন্ধন হ'ব লাগিব নিকপকপীয়া।

অনাথে হাঁহি কলে, নাৰীৰ ওচৰত চিৰদিনেই তো মই পৰাজয় বৰণ কৰি আহিছোঁ। আজিও কৰিছোঁ। বৰং আজি মোৰ ভুল ভাগিছে। জীৱনত বেশ্যা কুমাৰী পত্নী আটাইৰে মাজত ভাৰতৰ সেই সৌম্য নাৰীমূৰ্তি দেখিছোঁ—যাৰ প্ৰকৃতিৰ ভূষণ হৈছে সংযম,

মোহৰ প্ৰতি বিৰাগ। মোৰ মাজে মাজে কি ধাৰণা হয় জানা পামেলা, অৰ্পণা নহয়, সুখলতা হে ভাৰতীয় নাৰীৰ প্ৰতীক। সাবিত্ৰীৰ দৰে তেওঁ ঘূৰাই আনিলে নিজৰ স্বামীক। অৰ্পণাহঁত হ'ল সেই—

সেই কি ?

উৰ্বশীৰ জাত।

ওঁহো। উৰ্বশী কিয় হ'ব ? গোপীসকলৰ অনুৰূপ।

অনাথে অস্বীকাৰ নকৰিলে। এইবিলাক নাৰীয়ে বৃন্দাবনৰ পথ লয়।

ভাত খাই উঠিলত অনাথ এবাৰ সাপনৰ ওচৰত গৈ বহিলগৈ। সি শান্তভাৱে শুই আছে।

পামেলাই ওচৰলৈ গৈ তাৰ হাতখন নিজৰ হাতত তুলি ক'লে, মোক ক্ষমা কৰিবা ?

কিয় ?

হেজাৰ হওক মই তোমাৰ পত্নী। তোমাক টান ব্যৱহাৰ কৰিছিলোঁ।

ওঁহো। ঠিকেই কৰিছা। আগলৈও তেনেই কৰিবা।

পামেলাই তাৰ হাতখন টানি নি নিজৰ বুকুত সুমুৱাই চকু মুদি দিলে।

+ +